# উল্কাৰ পোহৰ

কুমুদ গোস্বামী



কমী ৰূপক এণ্টাৰপ্ৰাইজ
নতুন বজাৰ : নগাঁও

# Ulkar Pohar

*A novel by*

*Kumud Goswami*

*Published by*

*Dilip Kumar Deka*

*Rumi Rupak Enterprise, Nagaon*

*Price Rs. 21·00 only*

## উল্কাৰ পোহৰ

প্ৰকাশক : দিলীপ কুমাৰ ডেকা

ৰুমী ৰূপক এণ্টাৰপ্ৰাইজ

নতুন বজাৰ : নগাঁও

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৮৫

প্ৰচ্ছদ-পট : কিশোৰ কুমাৰ দাস

মূল্য : ২১ টকা মাথোন

বন্ধা : কালা চাঁদ বিশ্বাস

শশীমাতা বাইণ্ডিং ৱৰ্কচ

৭/এ ডি এল ৰায় ষ্ট্ৰীট

কলিকতা-৬

ছাপা : তাৰক নাথ পাল

দি সৰস্বতী প্ৰেছ

১৪ নং চণ্ডীবাড়ী ষ্ট্ৰীট

কলিকতা-৬

পৰমাৰাধ্য পিতৃদেৱ

শ্ৰীবাসুদেৱ গোস্বামীৰ

কৰকমলেষু

## নিবেদন

আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ 'উপন্যাস-পাঠ' শিতানত চৈধ্যটা ধাৰাবাহিক খণ্ডত প্ৰচাৰিত হোৱাৰ পিছত 'উল্কাৰ পোহৰ' কিছু সাল-সলনি সহকাৰে গ্ৰন্থাকাৰে প্ৰকাশ কৰা হ'ল।

অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনৰ ঘটনাৱলীৰ আধাৰতে ঘাইকৈ উপন্যাসখনিৰ কাহিনীভাগ গঁথা হৈছে। সেই বুলি, অম্বিকাগিৰীৰ জীৱনৰ ঘটনাৱলী যথাযথভাৱে ইয়াত বিবৃত হোৱা নাই। স্থান-কাল-পাত্ৰৰ ক্ষেত্ৰত উপন্যাসৰ প্ৰয়োজনত কিঞ্চিৎ ফালৰি কাটি অহা হৈছে —কিছু কথা বাদ পৰিছে, কিছু নতুন কল্পনা সংযোজন কৰা হৈছে। অম্বিকাগিৰীৰ সময়ৰ সামাজিক-ৰাজনৈতিক পৰিবেশত এজন যুৱকৰ মানসিক অৱস্থাৰ চিত্ৰহে ইয়াত চিত্ৰিত কৰিবলৈ যত্ন কৰা হৈছে।

উপন্যাসখনি ৰচনা কৰোঁতে আমি অম্বিকাগিৰীৰ ৰচনাসমূহৰ সহায় লোৱাৰ উপৰিও অন্যান্য সকলৰো কাষ চাপিছোঁ। ঠায়ে ঠায়ে বিশেষ প্ৰয়োজনত তেওঁৰ ৰচনাৰ শব্দ আৰু বাক্যাংশও আমি ব্যৱহাৰ কৰিছোঁ।

১৯৮৫ চনটো অম্বিকাগিৰীৰ জন্মশতবৰ্ষপূৰ্তিৰ বছৰ। এনে এক শুভ-ক্ষণত পাঠকৰ সমাজৰ আগত এই উপন্যাসখনি নিবেদন কৰিবলৈ পাই আমি ধন্য মানিছোঁ।

৭ জুন, ১৯৮৫
গুৱাহাটী

কুমুদ গোস্বামী

## কৃতজ্ঞতা

॥ অৰুণ শৰ্মা, মহেন্দ্ৰ বৰঠাকুৰ, নীলু চক্ৰৱৰ্ত্তী, প্ৰমুখ্যে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ সমস্ত শিল্পীবৃন্দ ॥

॥ ভগাগিৰা ৰায়চৌধুৰী, উপেন্দ্ৰ বৰকটকী সুশীল গোস্বামী, আত্মনাথ গোস্বামী, কিশোৰ কুমাৰ দাস, পবিত্ৰ গাং শৰ্মা ( ধন ) আৰু মহেশ্বৰ বৌচ ॥

॥ কলিকতা নিবাসী দীনেশ শৰ্মা, কৰ্মী কপন এণ্টাৰপ্ৰাইজৰ বলেন শৰ্মা আৰু ছপাশালৰ কৰ্মীবৃন্দ ॥

॥ আৰু অসম প্ৰকাশন পৰিষদৰ পদ্মেশ্বৰ বুজৰবৰুৱা ॥

॥ এই আটাইকেইগৰাকী লোকৰ ওচৰত লেখক কৃতজ্ঞ ॥

॥ এক ॥

অনিৰুদ্ধ গুৱাহাটীলৈ যাব। গাঁৱৰপৰা খোলাবন্ধা জাহাজঘাটলৈ খোজ কাঢ়ি যাব। তাৰ পিছত ব্ৰহ্মপুত্ৰেৰে উজাই যাব জাহাজেৰে।

বেলিৰামে তুপৰাযাতে কাপোৰৰ টোপোলাটো বান্ধি-কুন্ধি সাজু কৰি থৈছে। এতিয়া অনিৰুদ্ধৰ বাবেহে যত চিন্তা। সি ঘৰৰ পৰা দেখোন ওলাই আহিবই নোখোজে। বেলিৰামে ভোৰ ভোৰাবলৈ ধৰিলে, "ঘৰতে ইমান পলম কৰিলে কি হ'ব। ইমান দূৰ বাট যাব লাগিব। বাটতে তোৰ কমেও তিনিঘণ্টা সময় লাগিব। ওলালিনে?"

অনিৰুদ্ধৰ মুখত মাত-বোল নাই।

"ইফালে জাহাজ এৰিব তোৰ দোভাগ ৰাতি। অলপ আগে ভাগে ঘাটলৈ গৈ পালেহে হ'ব।"

টোপোলাটো চোতালতে হেকেচা মাৰি থৈ বেলিৰামে পিৰালিত ভৰি দিলে—অনিৰুদ্ধইনো ঘৰৰ ভিতৰত সোমাই ইমান পৰ কি কৰিছে। পিৰালিৰ পৰা চাই দেখে, অবাক কাণ্ড। এন্ধাৰে-মুন্ধাৰে চকুপানী মচি মচি অনিৰুদ্ধই ঘৰটোৰ চাৰিওকালে ঘূৰিবলৈ ধৰিছে। অকল ঘূৰি ফুৰাই নহয়, ঘৰৰ পিছফালৰ কৰ্দৈজোপা, তাৰ তলত এখন চালিৰ তলত বান্ধি থোৱা গৰুহাল, অলপ দূৰত থকা মধুৰি আমজোপা—এইবিলাকলৈ সি যৰ লাগি চাবলৈ ধৰিছে। চাই থাকিলে এনেকুৱা লাগিব, সি যেন সিবোৰৰ সৈতে কথাহে পাতিছে। মাকে পিছফালে গৈ বাৰে বাৰে তাক মাতিবলৈ ধৰিছে, "মইনা, বাবীৰ পিছৰপৰা গুচি আহ। তই যাব লাগে নহয়। পলম হ'ব। আহ।" বেলিৰামেও তাৰ ওচৰলৈ গৈ ধমকৰ সুৰত ক'লে, "অ'ই, তই পাগল হ'লি নেকি? জাহাজ যেতিয়া গুচি যাব, তেতিয়া

গম পাবি। ইমান বাট খোজ কাটি যায়, আকৌ যদি উভতি আহিব লাগে—পিতায়ে শুদাই নেবে। আহ।”

পিতাকৰ কথা কওঁতেহে অনিকদ্ধৰ গালৈ হুঁচ আহিল। একেকোবে সি পিতাকৰ কোঠালৈ গ'ল। হাঁপানী বেমাৰ থকা মানুহ। অনবৰত বিছনাত পৰি থাকে। এতিয়াও তেওঁ বিছনাতে আছে। আগতে আবোল অলপ ওলাই-সোমাই ফুৰিছিল। আজি-কালি নোৱাৰে। দুইখোজমান কাটিলেই ভাগৰ লাগে, বুকু ধপ্ধপায়, বহি পৰিব লাগে।

অনিকদ্ধই বিছনাতে গৈ পিতাকৰ ভৰিদুখনত ধৰি সেৱা কৰিলে। কাঁহি কাঁহি মানুহজন অতি কষ্টেৰে বিছনাত উঠি বহিল। তাৰ পিঠিত হাত ফুৰাই ফুৰাই তেওঁ ক'লে, “যা—। ভালদৰে যাবি। জাহাজত কাৰো লগত কাজিয়া-পেচাল নকৰিবি। তালৈ—কৃষ্ণকান্তলৈ, মই চিঠি লিখি দিছো। সি তোক আগবঢাই নিবলৈ উজান বজাৰৰ ঘাটলৈ আহিব। চিন্তা কৰিবলৈ একো নাই। ভালদৰে থাকিবি। পঢিবি। এয়ে কথা। যা।”

মাক ইতিমধ্যে নওলামুখ পাইছেগৈ। লগতে ঘৰৰ আটাইবোৰ। সি কাৰো ফালে নোচোৱাকৈ চিধাই গৈ মাকক আঠুকাটি সেৱা কৰিলে। মাকে হুক্ হুক্কৈ কান্দি তাক বুকুৰ মাজত সাৱটি ধৰিলে। তাৰ চকুদুটাও চল্চলীয়া হৈ উঠিল। কোনেও একো কথা ক'ব নোৱাৰিলে। সি কিছুসময় থৰ লাগি মাকৰ মুখলৈ চাই থাকিল। আবেলিৰ বঙচুৱা পোহৰত সি দেখা পালে, মাকৰ চকুৰ পানীবোৰ সৰ্‌সৰ্‌কৈ বৈ আহিবলৈ ধৰিছে। দুটা যেন পৰ্বতীয়া নিজৰা। নিজৰাৰ পানীৰ শব্দ তাৰ হৃদয়ৰ গভীৰতো বাজিবলৈ ধৰিলে। সেই শব্দই তাৰ ভিতৰত থকা ধূৰ্ত, চঞ্চল ল'ৰাটোক ক্ষন্তেকৰ বাবে গহীন-গম্ভীৰ কৰি তুলিলে। কিবা এক বুজিব নোৱাৰা চেতনাত তাৰ গা-মন শিহৰিত হৈ উঠিল। জীৱনত পোন প্ৰথমবাৰৰ বাবে আজি অনিকদ্ধই উপলব্ধি কৰিলে—দায়িত্ব কেনে বস্তু, কৰ্তব্যৰ আহ্বান কিমান প্ৰচণ্ড।

দুয়ো কেউভিয়া আছি আলিবাটত ভবি দিলে সিহঁতে গমেই নাপালে। বেলি পাতত বহিছে। আগে আগে বেলিৰাম, পিছে পিছে অনিৰুদ্ধ। বেলিৰামৰ কান্ধত টোপোলাটো।

অলপ দূৰ গৈয়ে অনিৰুদ্ধই আৰম্ভ কৰিলে, "কাকা!"

"কথা আৰম্ভ হ'লেইনে?" বেলিৰামৰ কথাত কৃত্ৰিম খঙৰ সুৰ, "কি হ'ল, নকৱ কিয়?"

"মোৰ মনটো খুব বেয়া লাগিছে।"

"খুব বেয়া লাগিবলগীয়া কথাটোনো কি?"

"কি হ'ব আৰু—"

"ক, তেতিয়াহে বুজিম।"

"হেৰি নহয়, কাকা—। এই যে মই গাওঁখন এৰি আহিলোঁ, গাঁৱৰ মানুহবোৰ, আই আৰু পিতাইক এৰি আহিলোঁ, কথাটো ভাবিলে মোৰ কিবা সপোন সপোন লাগে। আইৰ চকুপানী খিনিলৈ মোৰ এতিয়াও মনত পৰি আছে। পিতায়ে নাকান্দিলে। কন্দা হলেই ভাল আছিল।"

অনিৰুদ্ধৰ মনৰ ভিতৰত আৰম্ভ হোৱা দুখৰ উথল-মাথল ধুমুহাৰ উমান বেলিৰামে পালে। তাৰ মনৰ কথা সি ভালদৰে বুজি পালে। কিন্তু বুজি পোৱা যেন দেখুৱালে সি হয়তো আকৌ বেছি অভিভূত হৈ পৰিব, এই আশংকা কৰি বেলিৰামে শাসনৰ সুৰেৰে ক'লে, "সেইবোৰ বাদ দে। আজে-বাজে কথাবোৰ চিন্তা কৰি মূৰটো নষ্ট কৰিব খুজিছ নেকি? মই হ'লে তোৰ লক্ষণ ভাল দেখা নাই।"

অনিৰুদ্ধই ক্ষীণ হাঁহি এটা মাৰিলে। তাৰ পিছত আকৌ মাতিলে, "কাকা!"

এইবাৰ বেলিৰামে একো নামাতিলে।

অনিৰুদ্ধই ক'লে, "টোপোলাটো মোক দে। মই লওঁ।"

কৈয়ে সি বেলিৰামৰ উত্তৰলৈ বাট নাচাই একে আঁজোৰে

টোপোলাটো তাৰ পৰা কাঢ়ি আনি কান্ধত পেলাই ল'লে। কান্ধৰ পৰা চোচোৰাই নমাই পিঠিত ল'লে। বেলিৰামে টলকিবই নোৱাৰিলে। হকা-বধা কৰাটো দূৰৈৰ কথা। অৱশ্যে, হকা-বধা কৰিলেও যে সি তালৈ কাণ নকৰে সেই কথা বেলিৰামে জানে। কেঁচুৱাৰে পৰা তাক কোলাত লৈ সি ইমানখিনি কৰিছে। গতিকে তাৰ ভিতৰ বাহিৰ বেলিৰামে অতি ভালদৰে জানে। তাৰ মানত অনিৰুদ্ধ আৰু কাপোৰৰ টোপোলাটো এই মুহূৰ্ত্তত একে। টোপোলাটো সিয়েই সামৰি-সুতৰি দিছিল। কাপোৰ-কানি বুলিবলৈ তাত তেনেকৈ একো নাই। জাহাজত শুবৰ বাবে এখন বিছনাত যিখিনি কাপোৰ লাগে সিমানখিনিহে তাত আছে—গাৰু এটা, বিছনা-চাদৰ এখন আৰু এখন এৰী কাপোৰ। ইমানেই। এইখিনি বস্তুৰে টোপোলাটো গধুৰ কৰা নাই। কৰিছে কাপোৰৰ মাজত মাকে কলপাতেৰে মেৰিয়াই বান্ধি দিয়া লাৰু, পিঠা, সান্দহ আৰু আঠিয়াকল কেইটাই।

"লৰ খুজিছ যেতিয়া ল। গধুৰ পাবি। হাত দেৰ্‌দেৰাই যাব।" বেলিৰামে নিজকে কোৱাৰ দৰে ক'লে।

দুয়ো আগুৱাই গৈ থাকিল। কাৰো মুখত মাতবোল নাই। বেলিৰামে মাজতে এবাৰ অনিৰুদ্ধৰ ফালে ঘূৰি চালে। লগে লগে সি ভেকাহি মাৰি উঠিল, "চাব নালাগে দে। গৈ থাক।"

বেলিৰামে ক'লে, "ওঁ। বাট বেযা। পিঠিত লৈছ ইমানটো বোজা। চাব যদি নালাগে মোক লগত আনিছ কিয় ?"

অনিৰুদ্ধই আকৌ এবাৰ মিচিকিয়াই হাঁহিলে। বেলিৰামৰ খং তুলি তাৰ ভাল লাগে। অৱশ্যে তাৰ সেই খং বেছি সময়লৈ নাথাকে। ক্ষন্তেকতে মাৰ যায়।

বেলিৰামৰ খোজলৈ চাই চাই অনিৰুদ্ধয়ো খোজৰ গতি বঢ়াই দিলে। পিছফালৰ পৰা চালে বেলিৰামক এটা মস্ত হুটঙা মানুহ যেন দেখি। আঠুৰ ওপৰলৈ পিন্ধা চুৰিয়া। গাত কুৰ্তা। ফটা-

ছিটা, মলিয়ন। মূৰৰ চুলিখিনি গলধনলৈকে বৈ পৰা। আধাখিনি চুলি পকিছে। পকা চুলিখিনিয়ে এটা ভাঁজ ধৰি তাৰ মূৰৰ চাৰিওফালটো এডাল তগৰ ফুলৰ মালাৰ দৰে আগুৰি ধৰিছে। তাৰ হাত দুখন দীঘল আৰু নোমাল। দুটা যেন প্ৰকাণ্ড নোমাল বিছা তগৰ ফুলৰ মালাডালত ওলমি আছে। সোঁহাতৰ বাউসিত এটা তামৰ তাবিজ। হাতখন লৰচৰ কৰিলে তাবিজটো কিলাকুটিলৈ নামি আহে। তেতিয়া বাওঁহাতখনেৰে অৱলীলাক্ৰমে সি সেইটো ঠিক কৰি লয়।

অনিকদ্ধহঁতৰ গাঁৱৰ ঘৰখনত বেলিবাম অতি পুৰণি মানুহ। কোনোবা দিনতে উজনিৰ গাঁৱৰপৰা ভাগি আহি ইয়াত আছে। ঘৰৰ ইটো-সিটো কাম কৰে। বিশ্বাসী মানুহ। উজনিৰ ঘৰত তাৰ এতিয়া কোনো নাই। বিয়া বাৰুও নকৰালে। অনিকদ্ধ-হঁতৰ ঘৰখনেই তাৰ ঘৰ।

কিবা এষাৰ কৰলৈ বুলি বেলিবামে আকৌ এবাৰ অনিকদ্ধৰ ফালে ঘূৰি চালে। বাষ্টাত আঠুৱনি পানী। তাৰ মাজে মাজে জপংজপংকৈ সি আগুৱাই আহি আছে। একোবাৰ ভৰি পিচলি সি পৰি যাব খোজে, পিছ মুহূৰ্ততে আকৌ তাৰ খোজ কঠিন হয়। আনে নাজানিলেও বেলিবামে জানে—অনিকদ্ধৰ বয়স চৈধ্য-পোদ্ধৰ বছৰৰ বেছি নহয়। চুটি-চাপৰ, গাঠলু চেহেৰাৰ এটা দুৰ্দান্ত ল'ৰা সি। তাৰ হাত ভৰিবোৰ দেখিলেই অনুমান কৰিব পাৰি সি কিমান অঘাইটং। গাত বলো আছে যথেষ্ট। গাটো চালে ক'ব নোৱাৰি যে তাৰ বয়স ইমান কম। বয়সৰ কোমলতা লুকাই আছে কেৱল তাৰ চকুদুটাত। বহল আকাশৰ বুকুত অকলশৰে তিৰ বিৰাই থকা দুটা উজ্জ্বল তৰাৰ দৰে চকু দুটাই যেন তাৰ দৃষ্টিৰ গভীৰতা আৰু মনৰ বিশালতাৰ কথাকে কৈ আছে।

বেলিবামে খোজৰ গতি বঢ়াই দিলে। লগে লগে সকৈ এবাৰ কাহ মাৰিলে। কাহৰ অৰ্থটো অনিকদ্ধই তৎক্ষণাৎ বুজি পালে। সিও বেগাই খোজ দিলে।

সিইঁতৰ ঘৰৰপৰা খোলাবন্ধা জাহাজঘাটলৈ বাৰ মাইল বাট। সেইখিনি যাবলৈকে তিনিঘণ্টা সময় লাগে। যম নোযোৱা বাট। লোকেল বোৰ্ডৰ কেঁচা আলি বুলিলে আৰু বুলিব নালাগে। তাতে আকৌ প্ৰকৃতিৰ খেয়াল। তিনি বছৰ আগতে হৈ যোৱা বৰ ভুঁইকঁপৰ পিছত ইয়াৰ অৱস্থা আৰু শোচনীয় হৈ পৰিছে। তেতিয়াৰ-পৰা ইয়াক মেৰামতি কৰাও হোৱা নাই। অসমৰ উজনি নামনি তল-ওপৰ কৰি থৈ যোৱা সেই ভুঁইকঁপটোৱে এই অঞ্চলৰ মানুহৰ ঘৰ-চোতাল, খেতি পথাৰ, বাট-ঘাট সকলো থান্‌বান্‌ কৰি থৈ গৈছে। নামঘৰৰ প্ৰকাণ্ড খুটাবোৰৰ গাত ফাট মেলিছে। আলিটোও ভুঁইকঁপে ভালকৈ চোবাই থৈ গৈছে। খোজ দিবৰ উপায় নাই। ঠাইতে একাঠু বোকা, ঠাইতে পানীৰ ডোং। গোটেই আলিটো ওখ ওখ ইকৰা, খাগৰি, বিৰিণা আৰু কাঁহিবনৰ অটব্য হাবিয়ে জাপি ধৰিছে। হাবিৰ মাজে মাজে নল খাগৰি ফেৰি ফেৰি, জাৰণিৰ বেত আৰু জেতুলিপকাৰ কাঁইটৰ আঁচোৰ খাই এইখিনি বাট আগুৱাই যাব লাগে। এদিনীয়া মানুহৰ কথাই নাই, সদায় অহা-যোৱা কৰা মানুহেও ইয়াত বাটৰ উৱাদিহ নাপায়।

এইবেলি বৰষুণৰ বতৰ আগতীয়া। চ'ত মাহৰ আৰম্ভণিৰ পৰাই ধাৰাসাৰ বৰষুণ আৰম্ভ হৈছে। আজি ৰাতিপুৱা যিজাক বৰষুণ দিছিল, বেলিবামে ঘৰৰ পৰা বাজলৈ ওলাব পাৰিব বুলি আশাই কৰা নাছিল। দুপৰীয়া অলপ বতৰটো দাঙিলে যেনিবা। এতিয়া আকৌ আকাশলৈ মেঘ আহিছে—প্ৰকাণ্ড, ক'লা মেঘ। সন্ধিয়া লাগি ভাগিছেহে মাথোন, ঘোপমৰা এন্ধাৰে পৃথিৱী ঢাকি ধৰিলেই। কাষৰ হাবি-বননি আৰু আলিৰ মাজৰ পানীৰ ডোঙত আন্ধাৰৰ কুটিল ছাঁ পৰিছে। দূৰৈৰ ডাঠ হাবিৰ পৰা কিবা অচিন পোকৰ কিট্ কিট্ শব্দ ভাঁহি আহি বেলিবামৰ কাণত পৰিল।

বেলিবামে গলগলীয়া মাতেৰে ক'লে, "ভয় নকৰিবি দেই, মইনা।"

অনিৰুদ্ধই এবাৰ তাৰ কাষে পোন্দোৱাকৈ চালে। একো নকলে।

দুয়োবো খোজৰ গতি খৰ হ'ল । আন্ধাৰৰ মাজে মাজে দুটা যেন ছায়ামূৰ্ত্তি আগুৱাই গৈ থাকিল ।

জাবণিৰ মাজত নিশাচৰ পখীৰ খলখলনি আৰম্ভ হৈছে। গুচৰৰ ঘূলিত বোকা পানীৰ লেটি লৈ থকা বনৰীয়া ম'হৰ নাকৰ ঘৰ্ঘৰ শব্দ আহি দুয়োবো কাণত পৰিল ।

ফুচফুচীয়া মাতেৰে অনিৰুদ্ধই সুধিলে, "কাকা, শুনিছনে ?"

"কি ?"

"সেইযে শব্দ হৈছে। কিহৰ শব্দ ?"

বেলিৰামে নিৰ্ভয় কণ্ঠে উত্তৰ দিলে, "বনৰীয়া ম'হ। সিবিধ নহয় দে। ভয় কৰিব নালাগে।"

ক্ষন্তেক পিছতে বেলিৰামৰ মুখেদি এটা গানৰ ক'লি ওলাই আহিল—

এমন আঁধাৰ গহন বনে।
কাছে নাই সখা আছে মনে ॥
ইমান আন্ধাৰ, ডাঠ হাবি।

সখী কাষত নাই যদিও মনৰ ভিতৰত আছে। গোৱালপৰীয়া যাত্ৰাৰ গান। বহু বছৰ আগতে গাৱঁলৈ গোৱালপাৰাৰ যাত্ৰাৰ দল এটা আহিছিল। মুকলি পথাৰত ৰভা দি বিৰাট লেম্প জ্বলাই নাটক কৰিছিল পূৰা তিনিদিন। সেই নাটকৰ গান। কেনেবাকৈ তাৰ মনৰ এচুকত গানৰ কলিটো ইমান বছৰে সোমাই আছিল। এতিয়া সময় আৰু পৰিবেশ অনুকূল পাই সেইটো তাৰ মুখেদি আপোনা আপুনি ওলাই আহিল।

হাবিত হেটুলুকা চৰায়ে মাতিছে। গানৰ সুৰটো যেন চৰাইটোৰ মাতে কৰবালৈ টানি লৈ গ'ল।

অনিৰুদ্ধই পিঠিৰপৰা টোপোলাটো নমাই আনি এইবাৰ পানীৰ কলহ লোৱাৰ দৰে কঁকালত ললে। তাৰ পিঠিত সেমেকা বতাহৰ বুলনি লাগিল।

যোৱাবছৰ এইটো আলিৰে সি মংগলদৈৰ মাহীয়েকক ঘাটত আগবঢ়াই যাবলৈ আহিছিল। লগত অৰপ্তে বেলিৰাম আছিল। আলিটো তাৰ বাবে তেনেই অচিনাকি নহয়। তথাপি আজি যেন সি আলিটোৰ উৱাদিহ পোৱা নাই। সপোনত খোজ কঢ়া যেন লাগিছে। যিমান আগবাঢ়ি গৈছে সিমানে যেন আলিটোও ক্ৰমে দীঘল হৈ গৈ আছে।

হঠাৎ বেলিৰামৰ গাটো সিৰিক্‌কৈ গ'ল। চাৰিহাত মান আঁতৰেদি পানী ভাঙি ভাঙি কিবা এটা আলি পাৰ হৈ বেতনিত সোমাল।

"শিয়াল দে। ভয় কৰিব নালাগে।" অনিৰুদ্ধই পিছৰ পৰা মাত দিলে।

অনিৰুদ্ধৰ মাত শুনি বেলিৰামৰ ভয় গুচিব ক'ত, বাঢ়িলেহে। অকস্মাৎ এটা আচহুৱা অনুভূতিয়ে তাক যেন আগুৰি ধৰিলে। তাৰ বুকুখনে ধক্‌ধুক্‌কৈ ধান বানিবলৈ ধৰিলে। ডিঙিটো শুকাই আহিল। অনিৰুদ্ধৰ মাতটো আজি হঠাৎ তাৰ বেলেগ বেলেগ লাগিল। সেইটো যেন অনিৰুদ্ধ নহয়। ইমান বাট তাৰ পিছে পিছে আহি থকা ল'ৰাটো হঠাৎ যেন অন্তৰ্ধান হৈ গ'ল, তাৰ ঠাইত আন কোনোবা এটা ল'ৰা আহিল। 'অচিনাকি, সন্দেহজনক সেই লৰা-টোৱে এতিয়া বেলিৰামৰ পিছ লৈছে। বেলিৰামৰ গা জৰ ঘামে ঘামি উঠিল। পিছলৈ ঘূৰি চাবলৈকে তাৰ সাহস নোহোৱা হ'ল। সি খোজৰ গতি বঢ়াই দিলে। লগে লগে তাৰ পিছে পিছে আহি থকা সেই অচিনাকি মূৰ্তিটোৱেও ঘন ঘনকৈ খোজ দিলে। বেলিৰামৰ এনেকুৱা ভাব হ'ল—মূৰ্তিটোৰ হাতত যেন এখন দীঘল ধাৰাল ছুৰী—। সি যেন বেলিৰামক খেদি আহিছে; হত্যা কৰিবলৈ উদ্যত হৈছে। ছুৰীৰ ধাৰাল ফালটোৰ পৰা জহা পোহৰৰ চিক্‌মিকনিয়ে যেন বেলিৰামক আগভেটি চকুত ছাৎ মাৰি ধৰিছে। এটা মুহূৰ্তত ছুৰীখন আহি বেলিৰামৰ গলধনতে পৰা যেন লাগিল।

ভীষণ যন্ত্ৰণাত-সি নিৰ্বাক হৈ চট্‌ফটাবলৈ ধৰিলে। মুহূৰ্তৰ ভিতৰতে যেন সি বহুবাৰ মৰিল, বহুবাৰ জীৱন পালে। কঁপি কঁপি হঠাৎ সি আলিৰ সোঁমাজতে থৰ হৈ হ'ল।

"কাকা, কি হ'ল? বৈ গলি দেখোন।" কোমল মাতেৰে অনিৰুদ্ধই সুধিলে।

অনিৰুদ্ধৰ মুখৰ 'কাকা' সম্বোধনটোৱে বেলিৰামৰ মনৰ ভয় তৎক্ষণাৎ গুচাই পেলালে।

এটা গল হেকাৰি মাৰি স্বাভাৱিক হ'বলৈ চেষ্টা কৰি বেলিৰামে ক'লে, "একো হোৱা নাই দে। এইখিনিতে—ইয়াতে এটা গাঁত আছে, চাবি।"

দুয়ো পুনৰ আগুৱাবলৈ ধৰিলে।

দক্ষিণ আকাশত মেঘে গাজিবলৈ ধৰিছে। লগে লগে বিজুলী। মুখলৈ জোৰকৈ হাঁহি এটা আনিবলৈ চেষ্টা কৰি বেলিৰামে ক'লে—, "ফোঁপনিয়েই সাৰ—।" কাক উদ্দেশ্য কৰি সি কথাখিনি ক'লে অনিৰুদ্ধই ধৰিব নোৱাৰিলে। সি মনে থকা দেখি বেলিৰামে এইবাৰ স্পষ্টকৈ ক'লে, "দক্ষিণত মেঘে গাজিলে লাভ নাই। ঢোৰাসাপৰ ফোঁপানিযেই সাৰ—"

আকৌ কিবা এটা বেলিৰামৰ সন্মুখেদি পাৰ হৈ গৈ হাবিত সোমাল।

"কেঁটেলা পহু।"

তাৰ কাঁইটৰ—জন্‌জননি বহুপৰলৈকে দুয়োৰো কাণত বাজি থাকিল।

এনেতে হঠাৎ অনিৰুদ্ধই পিছৰ পৰা আনন্দত আত্মহাৰা হৈ চিঞৰি দিলে, "সৌৱা, পাইছোঁ, পাইছোঁ! কাকা, দেখা পাইছো।"

বেলিৰামে মনেই কৰা নাছিল।

সন্মুখলৈ পোনে পোনে চোৱাতহে তাৰ মুখত এটা হাঁহি বিৰিঙি উঠিল। মোটা হাতখনেৰে হাঁহিটো মচি লৈ সি এটা দীঘল হুমুনিয়াহ

এৰি দিলে। দুখৰ নে ভাগৰৰ হুমুনিয়াহ সি নিজেই বুজি নাপালে।

ছঁয়ামৱা আন্ধাৰৰ মাজত খোলাবন্ধা জাহাজঘাটটো দুয়োৰে চকুৰ আগত ভাঁহি উঠিল। এটা লণ্ঠনৰ পোহৰৰ বাহিৰে তাত আৰু পোহৰৰ আন সঁচ মাত্ৰও নাই। ছাঁ আৰু পোহৰৰ মাজত, কল্পনা আৰু বাস্তৱৰ সংযোগ বিন্দুত ওপঙি থকা সেয়া যেন এখন জলছবি। মাজে মাজে লণ্ঠনটোৱে লৰচৰ কৰে, অগা-পিছা কৰে। একোবাৰ তাৰ ৰঙচুৱা পোহৰটো শূন্যতে দুলিবলৈ ধৰে। ভালদৰে জুমি চালে এটা মানুহৰ মূৰ্তিও দেখা পোৱা যায। বেলিৰামে বুজিলে সেইজন 'জাহাজ বাবু'। হাতত লণ্ঠন আৰু লাঠি লৈ তেওঁ জাহাজ-ঘাটত টহল দিবলৈ ধৰিছে। তেওঁৰ সোঁভৰিখন চুটি, লেকেচিযাই খোজ কাঢে। প্ৰতি খোজতে তেওঁৰ গাটো উঠা-নমা কৰে। তেতিয়া তেওঁৰ গাৰ জোকাৰনি লণ্ঠনটোৰ গালৈকে বিয়াপি পৰে।

খোলাবন্ধা জাহাজঘাটৰ পৰা অলপ অগা-পিছালৈ দুখন জাহাজ এৰে। প্ৰথমখন ভাটীমুৱা জাহাজ। ধুবুৰী ঘাটলৈ যায। সেইখন অলপ আগতে গ'লেই। গুৱাহাটীলৈ যাব লগা উজনিমুৱা জাহাজখন এইমাত্ৰ ঘাটচাপিছেহি।

জাহাজবাবুৰ হাতত লণ্ঠনটো জ্বলিযেই আছে। ঘাটত যাত্ৰীৰ ভিৰ। তাৰ মাজে মাজে সেইটো জোকাৰি জোকাৰি তেওঁ ইফালে সিফালে দৌৰাদৌৰি কৰি আছে। কাণলৈকে ঢাকি ধৰা বগা গল-বন্ধা আৰু নোমৰ টুপীটোৰ মাজত তেওঁৰ ক্ষীণ মুখখন পোত খাই আছে। আঠুৰ তললৈকে পৰা ক'লা অভাৰকোট। তলত দীঘল উলৰ মোজা আৰু কেনভাছৰ জোতা। জাৰ-জহ সকলো সময়তে জাহাজ বাবুৰ একেটাই পোছাক। লণ্ঠনৰ ৰঙচুৱা পোহৰত গোটেই মানুহজনৰ ৰূপটো ৰহস্যময় হৈ উঠিছে।

এবাৰ হঠাতে বেলিৰামলৈ লাঠিৰ আগটো টোৱাই তেওঁ সুধিলে,- "ক'ত যাব? গৌহাটী?"

জাহাজবাবুৰ মাতটো হুটা। বেলিৰামে থতমত খাই গ'ল। হা-না—একো কৰলৈ নৌপাওঁতেই তাৰ কাষতে থিয় দি থকা অনিৰুদ্ধই স্বাভাৱিক সুৰে কৈ উঠিল, "গুৱাহাটী।"

জাহাজবাবুৱে গোঁফৰ তলত লাহেকৈ হাঁহি এটা মাৰিলে। ল'ৰাটোৰ মুখখন তেওঁ তৎক্ষণাৎ নিৰীক্ষণ কৰিও ল'লে। তাৰ পিছত লাহে লাহে আঁতৰি গ'ল। এইবাৰ গৈ আন কেইজনমান যাত্ৰীক তেওঁ কিবা সুধিবলৈ ধৰিলে।

চাই থাকোতে থাকোতে সময় ওচৰ চাপি আহিল। জাহাজ এবাৰ সংকেত-ধ্বনি বাজি উঠিল। মুহূৰ্তৰ ভিতৰতে জাহাজত উঠিবলৈ মানুহবোৰৰ মাজত লৰা-ঢপৰা লাগি পৰিল।

বেলিৰামে কোমল সেমেকা মাতেৰে ক'লে, "মইনা, সময় হ'ল। যা, জাহাজত উঠ গৈ।"

কথাখিনি কৈ সি অনিৰুদ্ধৰ মুখলৈ চালে। কোনেও কাকো নেদেখিলে। এন্ধাৰ। মাথোন বেলিৰামৰ নাকেৰে ওলাই অহা 'সোঁত সোঁত' শব্দহে শুনা গ'ল। সি কান্দিছে। ইমানটো মস্ত মানুহ। সেইটো মানুহে কান্দিলে আৰু চাই থাকিব নোৱাৰি। অনিৰুদ্ধৰ মনটোও কেনেবা লাগিল।

সি ক'লে, "কাকা, মই যাওঁ।"

বেলিৰাম নিৰব।

"তই ঘৰলৈ ঘূৰি যাওঁতে অকলে নাযাবি। মানুহৰ লগ লৈ যাবি। গাৱঁলৈ ঘূৰা মানুহ পাবি। যা।"

বেলিৰামে সোঁহাতখনেৰে আন্ধাৰতে খেপিয়াই খেপিয়াই অনিৰুদ্ধৰ মুখখন মোহাৰি দিলে। এইবাৰ অনিৰুদ্ধই স্পষ্টকৈ শুনিলে, বেলিৰামে ওঁঠ চেপি কান্দিছে।

"ভালদৰে যাবি।" কান্দি কান্দি বেলিৰামে ক'লে, "গৈয়ে খবৰ দিবি। নহলে আয়ে চিন্তা কৰি থাকিব।"

অনিৰুদ্ধই একো নামাতিলে। টোপোলাটো কান্ধত তুলি লৈ

সি জাহাজৰ চিৰিত ভৰি দিলে। এটা শিলামূৰ্তিৰ দৰে নিথৰ হৈ বেলিৰামে তাৰ ফালে চাই থাকিল। এন্ধাৰ আৰু মানুহৰ হেঁচা-ঠেলাৰ মাজত বেলিৰামৰ সন্মুখত অনিৰুদ্ধ অদৃশ্য হৈ পৰিল।

জাহাজৰ ইঞ্জিনটোৱে হঠাৎ ভুবাৰমান ঘৰ্ ঘৰ কৈ আৰাম্ভ কৰিলে। তাৰ পিছত জাহাজ চলিল। ফিছাৰে পানী কাটি সাঁতুৰি যোৱা এটা প্ৰকাণ্ড মাছৰ দৰে জাহাজখন আগুৱাই যাবলৈ ধৰিলে।

জাহাজৰ ডেকৰ এচুকত ঠাই অলপ উলিয়াবলৈ অনিৰুদ্ধৰ বেছি পৰ নালাগিল। তাতে সি টোপোলাটো থলে। থৈ কাষতে থিয় দি থাকিল।

ডেকত অগণন যাত্ৰী। বিৰ দি সন্ধি নোপোৱা অৱস্থা। বেজী এটা থবলৈকে যেন বিন্দুমাত্ৰ ঠাই নাই। যাত্ৰীবিলাকৰ সৰহভাগেই বনুৱা। উজনি অসমৰ চাহবাগিছাত কাম কৰিবলৈ অহা গিৰমিটীয়া বনুৱা। ভাটীৰ ফালৰ কোল-ভিল-চাওঁতাল মানুহ। চাহবাগিছাৰ মালিকসকল ইংৰাজ চাহাব। তেওঁলোকে এনেদৰে বাগিছাত কাম কৰিবলৈ ভাটীৰ ফালৰ পৰা বনুৱা আনে। কম হাজিৰাত বেছি কাম কৰিবপৰা এই বনুৱাবোৰক আনিবলৈ চাহাববিলাকে এবিধ মানুহ নিয়োগ কৰে। মানুহৰ ব্যৱসায় কৰা সেইবিধ মানুহৰ কথা অনিৰুদ্ধই বেলিৰামৰ মুখত শুনিছিল। বনুৱাসকলৰ মাজত সেই মানুহজনক অনিৰুদ্ধই কিছুপৰ বিচাৰিলে। চকুৰে নেদেখিলে। ক'ৰবাত হয়তো চাহাবৰ লগতে আত্মীয়াকৈ বহি আছে। মানুহজনৰ ছবি এখন কল্পনা কৰিব খোজোতেই তাৰ মন ঘৃণাৰে ভৰি উঠিল।

বনুৱাবোৰে ডেকৰ ওপৰত সিহঁতৰ গোটেই সংসাৰখন মেলি লৈছে—কাপোৰ কানি, বাচন-বৰ্তন সকলো। কোনোৱে টোপনিয়াইছে, কোনোৱে বহি লৈ অনৰ্গল কথা পাতিছে। দুই-এটা জুমত তৰ্কাতৰ্কি আৰু কাজিয়াও লাগিছে। সিহঁতৰ মাত কথাবোৰ

অনিকদ্ধই বুজি নাপায়। কিন্তু খং আৰু দাৰিদ্ৰ্যৰ ভাষা সকলোৱে একে। সিহঁতৰ দাৰিদ্ৰ্যগ্ৰস্ত চেহেৰা আৰু সকৰুণ চাৱনি দেখি তাৰ মনটো খুব বেয়া লাগিল। ধীৰে ধীৰে তাৰ মানত এটা প্ৰশ্নৰ উদয় হ'ল—মানুহে মানুহক এইদৰে শুহি শুহি খাই শেষ কৰা প্ৰক্ৰিয়াৰ কেতিয়া ওৰ পৰিব ?

কেৱল এটা প্ৰশ্ন। উত্তৰ নাই।

অনিৰুদ্ধই ইফালে-সিফালে চকু ফুৰাবলৈ ধৰিলে—কোনোবা চিনাকী মানুহৰ মুখ দেখা পায় নেকি। ডেকৰ এমূৰে কেইজনমান ভাল পোছাক পিন্ধা ভদ্ৰলোক তাৰ চকুত পৰিল। তাৰে দুজনে এখন ধকধকীয়া বগা—ঢালাই বিছনাত বহি কথাপাতি আছে। দুয়োগৰাকী আদহীয়া লোক। এগৰাকীৰ মূৰৰ চুলিবোৰ চুটিকৈ কটা, আন গৰাকীৰ পাহুকটা দীঘল চুলিৰ খোপা। দুয়োৰে মুখত কেইবাদিনো মুখুৰোৱা দাড়ি। এগৰাকীৰ গাত বগা চোলা, আন গৰাকীৰ গাত খনীয়া বৰ কাপোৰ—।

যাত্ৰীৰ মাজেৰে ফেৰি ফেৰি বাট উলিয়াই টোপোলাটোৰে সৈতে সি গৈ তেওঁলোকৰ কাষত থিয় দিলে। দুয়ো আলাপত মচগুল। সি গৈ কাষত থিয় হোৱা তেওঁলোকে যেন গমেই পোৱা নাই এনে ভাৱে তেওঁলোকে কথা পাতি থাকিল।

অনিৰুদ্ধই মানুহদুজনৰ কথা-বতৰাবোৰ মন দি শুনিবলৈ ধৰিলে। বুজা গ'ল, তেওঁলোক তেজপুৰৰ মানুহ। কলিকতালৈ গৈছিল। এতিয়া ঘূৰি আহিছে।

এজনে কৈছে, "কলিকতাত সকলো গম পাই আহিলোঁ।"

"এতিয়া আমাৰ তেজপুৰৰ মানুহক বুজাব লাগে।"

"বুজাম ঠিকেই! শুনিব জানো আমাৰ কথা ?"

"আজি নুশুনে, এদিন শুনিব।"

দুয়ো মৌন হৈ থাকিল।

কথাবোৰৰ ভিতৰৰ অৰ্থখিনি অনিৰুদ্ধই বুজি নাপালে, কিন্তু

তেওঁলোকৰ চকুমুখত ফুটি উঠা চিন্তা আৰু হতাশাৰ চিন দেখি সি বুজিব পাৰিলে এদিন হয়তো সিও এইদৰেই চিন্তা কৰিব লাগিব। কব নোৱাৰাকৈয়ে তাৰ সন্মুখত যেন এক গধুৰ দায়িত্ব উপস্থিত হ'লহি। অনিকদ্ধৰ অন্তৰত তুমুল আবেগৰ ঢৌ উঠিল।

মানুহদুজনে কথাৰ মাজতে বহি থকা অৱস্থাতে চটফটাই থকা যেন তাৰ অনুমান হ'ল। সেই দুটা যেন চৰাই। সঁজাৰ ভিতৰত চৰাই দুটাই মুক্তি বিছাৰি ধৰফৰাবলৈ ধৰিছে।

সি লাহেকৈ তেওঁলোকৰ কাষতে টোপোলাটো নমাই থলে। মানুহ দুজনে কোনো আপত্তি নকৰা যেন দেখি সি লাহেকৈ টোপোলাটো খুলি ভিতৰৰ পৰা কাপোৰ-কানিখিনি উলিয়াই ঠাইতে সৰু বিছনা এখন কৰি ললে। বিছনাৰ কাপোৰখিনি উলিয়াওঁতে লগত অনা লাৰু পিঠাৰ টোপোলাটোৰ পৰা এটা ফুৰফুৰীয়া মিঠা গোন্ধ আহি তাৰ নাকত লাগিল। জিভাখনলৈ এসোঁতা পানী বৈ আহিল। পেটে কলমলাবলৈ ধৰিলে। নদীৰ পৰা আগতে তুলি থোৱা পানী এঘটিৰে খোলাচাপৰি পিঠা, নাৰিকলৰ লাড়ু আৰু আঠিয়াকল চাৰিটা খাই সি বিছনাত বাগৰ মাৰিলে। মুহূৰ্ততে তাৰ গালৈ ভাগৰ আৰু অৱসাদ নামি আহিল।

বিৰাট শব্দ তুলি জাহাজৰ ইঞ্জিনটোৱে গুমগুমাবলৈ ধৰিলে। ব্ৰহ্মপুত্ৰৰ বাঢ়নী পানী দুফাল কৰি প্ৰচণ্ড বেগেৰে জাহাজ আগুৱাই গৈ থাকিল।

অনিকদ্ধৰ চকুত এতিয়া গভীৰ টোপনি।

গাৰ্ডলৈ ঘূৰি যোৱা দুজন মানুহ বেলিৰামে ঘাটতে লগ পালে। তিনিও লগে ভাগে উভতি খোজ দিলে। আগৰ চিনাকী নাই, কিন্তু অলপদূৰ অহাৰ পিছত বহুদিনৰ চিনাকী যেন হৈ উঠিল।

"ল'ৰাটি ক'লৈ বা পঠিয়ালে?" এজনে বেলিৰামক সুধিলে।

বেলিৰামে চমুকৈ উত্তৰ দিলে, "গুৱাহাটীলৈ। পঢ়িব।"

"তাত কোনোবা আছে হব পায়?" দ্বিতীয় জনৰ কৌতূহল।"

"আছে। খুৰাক-খুৰীয়েক।"

"হওক হওক। পঢ়ি-শুনি ভাল হওক।" দুয়োজন একেলগে শলাগিলে।

জাহাজঘাটৰ পৰা আধামান বাট আহোঁতে বেলিৰামৰ লগৰীয়া দুজনে বিদায ল'লে, "তেনে, বিদাযহে। আমি মহখুলি গাঁৱৰ মানুহ। বেলেগ আলিয়ে যাব লাগিব।"

তেওঁলোক পুৱমুৱা আলিত উঠিল।

বাকীছোৱা বাটত বেলিৰাম অকলশৰীযা হ'ল। খৰ্ খৰ্কৈ খোজ পেলাই অলপ সময়ৰ ভিতৰতে সি গাঁৱৰ সীমাত সোমাল। গাঁৱৰ মাজ পাওঁতে পুৱে ঢলফাট দিলে। ক'ৰবাৰ পৰা বাঁহীৰ মিঠা সুৰ এটা বেলিৰামৰ কাণত পৰিলহি। বাঁহীৰ সুৰটোৱে যেন তাৰ মনৰ সকলে ভাগৰ, সকলো অৱসাদ মুহূৰ্তৰ ভিতৰতে দূৰলৈ টানি লৈ গ'ল। সুৰৰ মাজত লুকাই থকা গীতটো বিচাৰি উলিয়াবলৈ তাৰ বেছি সময় নালাগিল। গীতটোৰ দুটামান শাৰী মুখৰ ভিতৰতে সি বিৰবিৰাবলৈ ধৰিলে—

"তেজৰে কমলাপতি
পৰভাত নিন্দ।
তেৰি চান্দ মুখ পেখো
উঠৰে গোৱিন্দ· ..."

নামঘৰটোৰ কাষেদি আহোঁতে বেলিৰামে মণিকূট লৈ চাই পঠিয়ালে। মণিকূটত পুৱাৰ হেঙুলীয়া কিৰণ পৰিছেহি। কাষতে হালি থকা নাৰিকল জোপাৰ পাতৰ মাজত টোকোৰা চৰাইৰ কোঢাল আৰম্ভ হৈছে। নামঘৰৰ পিছফালে থকা সুৰকীয়া বাটটোত ভৰি দিওঁতে বেলিৰামৰ চেৰেঙকৈ ল'ৰাটোলৈ মনত পৰিল। সি কি জানি এতিয়াও নৈৰ বুকুতে আছে। গুৱাহাটী পাবলৈ বহুত বাকী।

হঠাৎ বেলিৰামৰ নাকত এটি তীব্ৰ গোন্ধ লাগিলহি। কেতকী ফুলৰ গোন্ধ। এতিয়াহে যেন তাৰ সম্বিৎ ঘূৰি আহিল। সিহঁতৰ বাৰীৰ পাছফালে থকা কেতকী জোপাৰ পৰা এই গোন্ধ আহিছে।

নঙলামুখৰ পৰাই বেলিৰামে চিঞৰিলে, "আই।"

ঘৰৰ ভিতৰৰ পৰা অনিৰুদ্ধৰ মাক উধাতু খাই চোতাললৈ দৌৰি আহিল। পিছে পিছে ঘৰৰ আটাই কেইজন। মাকে উৎকণ্ঠিত হৈ সুধিলে, "বেলিৰাম, তই আহিলি ?"

বেলিৰামে একো কবলৈ নোপাওঁতেই মানুহজনীয়ে আকৌ সুধিলে, "মইনা গ'লনে ভালে ভালে ?"

"গৈছে আই। ভালে ভালে গৈছে।"

"জাহাজত একো অসুবিধা হোৱা নাইতো ? বহিবলৈ ঠাই পাইছেনে ?"

"নাই নাই। একোঅসুবিধা হোৱা নাই। মই একেবাৰে জাহাজত তাক উঠাই থৈ আহিছো নহয়। বহিছে, এতিয়া কিজানি শুইছেও।

"ভালদৰে গৈ পাব, নহয় ?"

"পাব পাব, আই আপুনি একো চিন্তা নকৰিব।"

"কলীয়া গোঁসায়েহে জানে। তেওঁৰে যি ইচ্ছা।"

"কেছোঁ নহয়, আই। আপুনি মইনাৰ কাৰণে চিন্তা কৰাৰ কোনো দৰ্কাৰ নাই। সি ঘৰতহে সৰু ল'ৰা, বাহিৰত মোকো শাসন কৰে। জাহাজতো দেখিলো নহয়, অলপো ভয়ভীত নাই তাৰ।"

বেলিৰামৰ কথাত আটাইকেইজনৰে মুখত হাঁহিৰ ক্ষীণ ৰেখা ফুটি উঠিল। পিতাকে বিছনাতে এবাৰ এটা কাঁহ মাৰিলে। অৰ্থাৎ বেলিৰাম অহা তেওঁো গম পাইছে, তাৰ কথাখিনিও শুনিছে। চকুপানী মচি মচি মাকে থোকা থুকি মাতেৰে ক'লে, "সি ঘৰখন উদি কৰি থৈ গ'ল।" কাষত থিয় দি থকা কেইজনৰো চকু চলচলীয়া পৰিল।

বহুত সময়লৈ আটাইকেইজন চোতালত থিয় দি থাকিল। এখন যেন স্থিৰচিত্ৰ। কাৰো গাত লৰচৰ নাই, মুখত মাতবোল নাই। এছাটি চেচঁা বতাহে আটইকে চুই গ'লহি।

ঘৰৰ পিৰালিৰ পৰা কুৰি নলমান দূৰত পহুজান। পহুজান পৰিছেগৈ সৰুনৈত। সৰুনৈ বাগৰি বাগৰি গৈ ব্ৰহ্মপুত্ৰত পৰিছে। ভুঁইকঁপত ব্ৰহ্মপুত্ৰ তৰাং হোৱাৰ লগতে সৰুনৈতো পলস পৰিছে। তেতিয়াৰপৰা বছৰি সৰুনৈত বান আহে। যোৱাবছৰ বানপানীত নামঘৰৰ খট্‌খটী পৰ্যন্ত বুৰ গৈছিল। বেলিৰামহঁতৰ নঙলামুখ, চোতাল সকলোবোৰ পানীৰে চপচপীয়া হৈ গৈছিল। সৰুনৈত পানী বাঢ়িলে পহুজানৰ বুকুখনো ওফন্দি উঠে। তেতিয়া আৰু বেলিৰামক পায় কোনে? অনিৰুদ্ধক লগত লৈ সি পহুজানত মাছ ধৰি ফুৰে। বাৰিষাৰ পানীৰ লগে লগে মাছৰ উজান উঠে। গাত বং সানি পুঠি খলিহনা মাছবোৰে পানীৰ ঘুৰলিত আহি খল্‌ মলাই থাকে।

এইবেলি শেণৰ এজাত। বহাগৰ আৰম্ভণিতে সৰুনৈৰ পানীত ফেন উঠিছে। আগতীয়াকৈ বান পানী হ'ব।

পহুজানৰ পাৰত থিয় হৈ বেলিৰামে এইবোৰ ভবাগুণা কৰিছে। জানৰ পাৰত এটুকুৰা বিশেষ ঠাই আছে। এচটা শিল। তাতে বহি বেলিৰাম আৰু অনিৰুদ্ধই প্ৰায়ে বৰশী বাইছিল। বৰশীৰ চিপ মাৰে অনিৰুদ্ধই। বেলিৰামে লব লাগে বৰলৰ টোপ আৰু খালৈটো। বৰলৰ টোপলৈ চেনি পুঠিবোৰৰ বৰলোভ।

এইবেলি বেলিৰামে অকলে মাছ ধৰিব লাগিব। কথাটো ভাবি তাৰ মনটো খুব বেয়া লাগিল। লৰাটোক জাহাজত তুলি থৈ আহিবৰ কেইঘণ্টামানহে হৈছে, তথাপি বেলিৰামৰ এনেকুৱা লাগিল যেন তাক সি কোনোবা দিনতে ক'ৰবাত এৰি থৈ আহিছে।

বহুদিন ধৰি আলফুলে খুৱাই-ধুৱাই ৰখা চৰাই পোৱালী এটাহে যেনিবা সি হাবিৰ মাজত হেৰুৱাই থৈ আহিলে। হাবিৰ হেটলুকা চৰাই মাতটোৱে অকল তাৰ গানৰ সুৰটোকে লৈ যোৱা নাই, ল'ৰাটিকো লৈ গৈছে।

পহুজানৰ পানীত বাৰিষাৰ গোন্ধ বিয়পি পৰিছে। পানীৰ ওপৰে ওপৰে চকৰী পাতি নাচি নাচি কেইটামান পানী পৰুৱা ঘূৰি ঘূৰা তাৰ চকুও পৰিল। পানী পৰুৱাই নাচিলে পানী বাঢ়ে। বাৰীত থকা লাউৰ হেদালি খনলৈ সি চালে। লাউৰ বাঢ়ি যোৱা আগবোৰে মূৰ দাঙি চাইছে। পানী বঢ়াৰ লক্ষণ।

অনিৰুদ্ধক ঘাটত থৈ আহিবৰ দিনাই বেলিৰামহঁতৰ গোহালিৰ গৰু এটা হেৰাল। পুৱাতে বেলিৰামে চিঞৰ বাখৰ কৰি ঘৰখনত হুলস্থুল লগাই দিলে। ক'ত কি হ'ল বুলি সকলো ওলাই আহিল। সি গোহালিৰ ভিতৰত সোমাই পগলাৰ দৰে বকিবলৈ ধৰিলে, "মই মানুহটো এবেলা ঘৰত নেথাকোতেই ঘৰখনত এটা অমংগল ঘটিল। এতিয়া মই ক লৈ যাওঁ কি কৰোঁ। হৰি হৰি, কৃষ্ণ প্ৰভু। হালৰ গৰু এটা নাই মানে দুয়োটো নাই। হালৰ কোনো কামেই নাই।"

তাৰ চিঞৰ শুনি অনিৰুদ্ধৰ মাক গোহালিলৈ আহিল। তেওঁ সুধিলে "কি হ'ল অ' বেলিৰাম, ইমানকৈ চিঞৰ-বাখৰ কিয় কৰিছ?"

"কি হ'ল মানে আই, হালৰ গৰু এটা দেখোন নাই। পঘাডাল এইডাল পৰি আছে। মূৰ পোলোকা দিয়েই গ'ল নে কোনোবাই চুৰেই কৰিলে। এতিয়া ক'ত বিচাৰি পাওঁ মই তাক?"

"বৈ থাকি লাভ নাই, বুইছ। যা যা। সোনকালে বিচাৰি যা—। প্ৰথমে ডিম্বেশ্বৰৰ খোৱাৰত চাবি। তাৰ পিচত—"

"অঁ। তাত নাপালে একেবাৰে ৰতনপুৰলৈ যাব লাগিব যেন ভাবিছে।"

বেলিৰামে ঠাইতে চুৰিয়াৰ পোন্দটো ভালকৈ মাৰি বেগা-বেগিকৈ খোজ ল'লে। যাওঁতে সি মুখেৰে বিৰ্‌বিৰ্‌কৈ কিবাকিবি বকি গ'ল। নামঘৰৰ কাষেদি পাৰ হওঁতে হাত যোৰকৈ সেৱা এটা কৰিলে, "প্ৰভু, তোমাতে ভৰসা !"

সৰুনৈৰ পাৰে পাৰে এটা গৰুবাট আছে। সেইটোৰে কিছুবাট যোৱাৰ পিছত বেলিৰামে গৰুৰ খোৱাৰটো দেখা পালে। পথাৰত খেতিৰ সঁচমাত্ৰও নাই, অথচ খোৱাৰত গৰু ঠাহ খাই সোমাই আছে। টকলা পথাৰখনত চৰিফুৰা জন্তুকো এই শাস্তি দিয়েনে! আচল কথা হৈছে—অভাৱ। যোৱা তিনি চাৰিবছৰ ধৰি মানুহৰ খেতি বাতি ভাল হোৱা নাই। খাবলৈ নাই। সেইবাবে মানুহৰ মাজত হিংসা-খিয়াল বাঢ়িছে। কাজিয়াও হৈছে ঠায়ে ঠায়ে। মানুহে মানুহৰ ওপৰত পোটক তুলিবলৈ সুবিধা নাপাই গৰুৰ ওপৰতে আক্ৰোশ পূৰণ কৰিছে।

আঁতিৰৰ পৰা গৰুৰ জাকটো দেখি খং আৰু দুখত বেলিৰামৰ চকুপানী ওলাই আহিল। সি মনতে ভাবিলে, "আমাৰ ৰঙাও নিশ্চয় ইযাতে আছে। ক'লৈ যাব ?"

গৰুজাকৰ মাজৰ পৰা ৰঙাক বিচাৰি উলিযাবলৈ সি চেষ্টা কৰিলে। এফালৰ পৰা তন্ন তন্নকৈ চাই যাবলৈ ধৰিলে। এনেতে হঠাৎ বেলিৰামৰ চকু থৰ হৈ গ'ল। গৰুটো আছে। ৰঙাই তাক দেখি নেজডাল জোকাৰি জোকাৰি কাণদুখন ঘন ঘনকৈ কোবাবলৈ ধৰিলে। বেলিৰামৰ খংটো জামৰিব খুজিছিলহে মাথোন ৰঙাক দেখি তাৰ খংটো পুনৰ ফেঁট তুলি উঠিল। আজিকালি খোৱাৰটো ডিম্বেশ্বৰৰ ডাকত আছে। সি চিঞৰি চিঞৰি ডিম্বেশ্বৰক মাতিলে, "ডিম্ব, অ'ই ডিম্ব !"

খোৱাবাৰ পিছফালে কাঁহীঘাঁহৰ এখন বননি আছে। ডিম্বেশ্বৰে তাতে সোমাই গৰুৰ বাবে ঘাঁহ কাটি আছিল। লোকৰ গৰু হ'লেও, খোৱাৰত থকা সময়খিনিত এই আটাইবোৰ গৰু তাৰেই বুলিব পাৰি

—বহুত দিনলৈ যিবোৰ গৰুৰ মালিক নোলায়, সেইবোৰ গৰু সি নিজে ৰাখি থয়। তেনেকৈ এতিয়ালৈকে সি এজনী গাই পাইছে। দুটা টিকিবা দমৰা বিক্ৰীও কৰিছে।

বেলিৰামৰ মাত শুনি ডিম্বেশ্বৰে দীঘল হাঁহি এটা মাৰি সুধিলে, "এ, বেলিৰাম দেখোন। আজি নহা মানুহ আহিলি।"

"নহয় অ' ডিম্ব। তোৰ কথাটো মই ভাল পোৱা নাই। পথাৰত খেতিৰ সঁচ মাত্ৰও নাই। অথচ, খোৱাবত ইমানবোৰ গৰু।"

"গৰু কিবা মই দিছোঁ। নে খোৱাবত? গাঁৱৰ মানুহে দিছে।"

"বুজিছোঁ।"

"বুজিবলৈ একো নাই। গাঁৱৰ মানুহৰ আৰ্জন বুলিবলৈ এইটোহে আছেগৈ।"

"ছিঃ ছিঃ!" বেলিৰামে ঠাইতে ভুবাব থুৱালে।

"খঃ—ঘিন কৰি কি লাভ, কচোন। তোৰ গৰু সেইটো।" ডিম্বেশ্বৰে গৰুটোলৈ আঙুলিয়াই দিলে। সি ইতিমধ্যে নেজ ঠেং জোকাৰি যাবলৈ অধৈৰ্য হৈ উঠিছেই।

"কোনে কৰিলে অ' এই কাম?"

"এহ—সেইবোৰ খুচৰি কি হব? তোৰ মোৰদৰে এজনে দিছে। আদমহীযা এটা দে। গৰু লৈ যা।"

বেলিৰামৰ হাতৰ মুঠিত আদমহীযা এটা আছিলেই। হাতৰ তলুৱাত ঘামি তিতি থকা আদমহীয়াটো সি ডিম্বেশ্বৰৰ হাতলৈ দলি মাৰি দি গৰুটো খোৱাবৰ পৰা উলিযাই আনিলে। গৰুটোৰ গাত হাত বুলাই বুলাই সি ক'লে, "এইখিনি সময়তে চাচোন। পেট একেবাৰে চেপেটা লাগিছে। ইযাৰ ভোকটো বৰ বেছি।"

যাবৰ সময়ত বেলিৰামক ভালৰি লগাবলৈ ডিম্বেশ্বৰে ক'লে, "তই আকৌ মোক বেয়া নাপাবি।"

"তোক বেয়া কিয় পাম? খোৱাৰটো তই ডাকত লৈছ, তোৰ সেইটো ব্যৱসায়। ৰাইজে গৰু খোৱাবত দিলে তই ৰাখিবই লাগিব।

পিছে এটা কথা, ডিম্ব, আমাৰ গৰু হ'লে আজিলৈকে খোৱাৰত পৰা নাছিল।"

"নাছিলতো। মই কিবা নাজানো নে?"

"মইনা থাকিলে আজি এনে হ'বলৈ নাপায।"

"কিয়, মইনা' ক'লৈ গ'ল?"

"তাকেতো। তাক জাহাজ ঘাটলৈ আগবঢাই থবলৈ যাওঁতেই এনে হ'ল। সি গুৱাহাটীলৈ গ'ল। তাত তাৰ খুড়াক থাকে নহয়—কৃষ্ণকান্ত যে—তাত থাকি সি পঢ়িব।"

"ভালেই হৈছে দে। বৰ হুছিযাৰ ল'ৰা, সিহে যদি গাওঁখনৰ কিবা এটা উদগতি কৰিব পাৰে। সি এটা ল'ৰা আৰু—।" এইবাৰ ডিম্বেশ্বৰ বেলিৰামৰ গাৰ কাষ চাপি আহিল। আজি অতি গোপণীয় কথা এটা কোৱাৰ দৰে তাৰ কাণত কাষত ফুচফুচাই সুধিলে, "কথা এটা শুনিছনে নাই?"

বেলিৰামৰ চকুত প্ৰশ্ন।

"গধুলিহাটত বোলে কালি এটা চাহাব ওলাইছিল। মানে অলপ বেলেগ ধৰণৰ চাহাব। টিকটিকীয়া ৰঙা মুখ, বিৰাট ওখ, প্ৰকাণ্ড চেহেৰা। সি বোলে কথাই কথাই 'ভাইচৰয় ভাইচৰয়' বুলি কয়।"

"তাৰ মানে?"

"তাৰ মানে তোৰ বৰলাট। সেইযে দিল্লীৰ বৰলাট।"

"সিতো বৰলাট নহয়।"

"মানুহে কোৱা মেলা কৰিছে, সেইটো বোলে বৰলাটৰ 'চিয়াদি'। ফুৰেহে পগলাৰ দৰে, আচলত ঠিক আছে।" বেলিৰামে সক ল'ৰাৰ দৰে ডিম্বেশ্বৰৰ কথাখিনি শুনি গ'ল, "অলপতে যে গুৱাহাটীলৈ বৰলাট আহিছিল—মানুহৰ মুখে শুনিছোঁ নহয়—এইবাৰ একেবাৰে পাত চোঁচা। অসমত আৰু চাহপাত, তেল কয়লা, তোৰ ধান-মৰাপাট একো নাথাকিব। চাহাবে সকলোবোৰ চুচি নিবলৈ ফন্দী পাতিছে।"

বেলিৰামে ডিম্বেশ্বৰৰ কথাবোৰৰ আতি গুৰি তালদৰে বুজি

নাপালে। কিন্তু তাৰ কথাৰ মাজেদি ফুটি ওলোৱা আতংক আৰু বেদনাৰ সুৰটো বহুত পৰলৈ তাৰ মনত বাজি থাকিল।

নেজডাল পকাই দিয়াত গৰুটোৱে খৰকৈ খোজ ল'লে। ৰ'দ ভালদৰে ওলাইছে। সৰুনৈৰ পানীত ৰ'দৰ নাচোন আৰম্ভ হৈছে। নৈৰ মাজত সৰুমাছৰ জাকৰদৰে এলানি সৰু সৰু ঢৌ উঠিছে। বেলিবামৰ মনৰ গোপন নৈ খনিৰ পানীতো নতুন আশাৰ চিক্‌মিকনি উঠিল। মইনাৰ ওপৰতে সকলো ভৰসা। অকল তাৰেই নহয়, গোটেই গাঁৱখনৰে আশাৰ স্থলী সি।

ৰাতিপুৱা আঠমান বজাত পলাশবাৰী ঘাটত জাহাজ থামিল। ইয়াত আধাঘণ্টামান ৰ'ব। জাহাজৰপৰা ঘাটলৈ চিৰি লগাই দিয়াৰ লগে লগে যাত্ৰী আৰু খালাচীবোৰে ডেকৰপৰা নামিবলৈ ধৰিলে।

ঘাটত সৰু হাট এখন বহে। ওচৰৰ মাজিৰ গাঁও মদিলাপুৰ, পাৰ্লী আদি গাঁৱৰ মানুহে ঘৰতে হোৱা ইটো সিটো বস্তু এইখন হাটত বেচে। আটাইৰে উদ্দেশ্য সেই হাটখন। লৰা-ঢপৰা কৰি জাহাজৰ পৰা নামি মানুহবোৰ বজাৰত সোমাল। অনিৰুদ্ধৰ কাষত বহি থকা ভদ্ৰলোক দুজন কিন্তু ডেকৰপৰা নামি নগ'ল। তেওঁলোকক দেখি সিও ঠাইতে বহি থাকিল। তথাপি বহাৰ পৰাই সি ডিঙি মেলি এবাৰ বজাৰ খনলৈ চালে। মানুহবিলাকৰ মাজত উথপ থপ লাগিছে। কোনোৱে মোনা ভৰাই বস্তু কিনিছে, দুই একে ঠাইতে বাকলি গুচাই কল খাবলৈ ধৰিছে। দুই এজনৰ মাজত বস্তুৰ দাম লৈ তৰ্কাতৰ্কিও হৈছে।

এনেতে তাৰ চকুত পৰিল বজাৰৰ মাজত এটা অভাৱনীয় দৃশ্য। এজনী বুঢ়ী পোহাৰী আৰু এজন কোট পেণ্ট পিন্ধা মানুহৰ মাজত টনা-আঁজোৰা লাগিছে। পোহাৰীজনীয়ে মানুহজনৰ পেণ্টটোত খামোচ মাৰি ধৰিছে, মানুহজনেও বুঢ়ীৰ চুলিত ধৰি টানিছে। জেনেকৈ

যদুত শৰলৈ টানা আঁজোৰা চলি থাকিল। এনেতে হঠাৎ পোহাৰী-জনীয়ে মানুহজনৰ পেন্টটো এৰি দিলে। তেতিয়া মানুহজনে জোৰাৰে বুঢ়ীৰ কপালত প্ৰচণ্ড জোৰে গোৰ মাৰি দিলে। গোৰ খাই বুঢ়ী ঠাইতে লুটি খাই বাগৰি পৰিল। বাগৰি কান্দি কান্দি ওচৰৰ মানুহবোৰলৈ হাতযোৰ কৰি কবলৈ ধৰিলে, "এ বাপাহঁত, চাৱে—ই মোক কেংকে খালা।—"

দৃশ্যটো দেখি অনিৰুদ্ধ আৰু থিৰেৰে থাকিব নোৱাৰিলে। তৎক্ষণাৎ ডেকৰপৰা চিৰিয়েদি নামি আহি সি পাৰ পালেহি। পাযেই পোনে পোনে পোহাৰী বুঢ়ীজনীৰ কাষলৈ গ'ল। গৈ দেখে, বুঢ়ীৰ কপাল ফাটি চিৰ্‌চিৰ্‌কৈ তেজ ববলৈ ধৰিছে। বজাৰৰ মানুহবোৰে অবাক হৈ বুঢ়ীৰ ফালে কেৱল চাইহে আছে। বুঢ়ীক গোৰ মৰা মানুহজনো কাষতে থিয় দি আছে। অনিৰুদ্ধই এবাৰ মানুহ-জনৰ চেহেৰাটো নিৰীক্ষণ কৰি ল'লে। সি চাহাব নহয়, কিন্তু চাহাবৰ দৰে তাৰ ভাব-ভংগি। সেইবাবে বজাৰৰ কোনো মানুহে তাৰ ওপৰত মাত মাতিবলৈ সাহস কৰা নাই। জাহাজৰ খালাচী-বোৰেও নীৰৱতা অৱলম্বন কৰিছে। সিহঁতৰ ভয় জাহাজৰ কেপ্তেইনজনলৈ।

খণ্ডত অনিৰুদ্ধৰ হাত ভৰি থক্‌থক্‌কৈ কঁপিবলৈ ধৰিলে। সেই মুহূৰ্ত্ততে সি এজন বেলেগ মানুহলৈ পৰিবৰ্তিত হ'ল। সেইজনী অচিনাকি পোহাৰী বুঢ়ী নহয় যেনিবা তাৰ গাঁৱৰ কোনোবা আইতাহে। সেইজনী আইতা এতিয়া তাৰ সম্মুখত তেজেৰে লুতুৰি পুতুৰি হৈ পৰি আছে।

সি আৰু এক মুহূৰ্ত্তও বাট নাচালে। তৎক্ষণাৎ, চোলাৰ আস্তিন কোঁচাই ল'লে। লৈ মানুহজনৰ ফালে চোঁচা মাৰি খেদি গ'ল। তাৰ পিছত কথা নাই বতৰা নাই মানুহজনক উধাই মুধাই ঘুচিয়াবলৈ ধৰিলে। ঘোচাৰ কোবত বৰ নোৱাৰি মানুহজনে জাহাজৰ ফালে দৌৰিবলৈ চেষ্টা কৰিলে, সিও তাক পিছে পিছে খেদি গ'ল। চিৰি

ডাল উঠিবলৈ লওঁতেই অনিৰুদ্ধই তাক প্ৰচণ্ড জোৰে এটা ঘোচা মাৰি দিলে। তাৰ ঘোচাৰ কোবত মানুহজন পানীৰ ঘুঁৰলিতে ধপ্-কৈ পৰি গ'ল। তেতিয়া মানুহজনৰ দুজন সংগীয়ে অনিৰুদ্ধক আক্ৰমণ কৰিবলৈ সাজু হোৱা যেন দেখা গ'ল। কিন্তু অনিৰুদ্ধৰ খং দেখি সিহঁত দুজনে বেছি দূৰ আগবাঢ়ি আহিবলৈ সাহস নকৰিলে। লাহে লাহে সিহঁত দুজন আঁতৰি গ'ল।

এইবাৰ চিৰিৰ ওপৰত বহুত মানুহ জমা হ'ল। আটায়ে নীৰৱে ঘটনাটো চাই থাকিল।

জাহাজৰ কেপ্তেইন হোৱাইটমেন। তেওঁ সাধাৰণতে সকলো সময়তে জাহাজত নাথাকে। কিন্তু, আজি তেওঁ জাহাজতে আছে। বিশেষ কিবা কামত গুৱাহাটীলৈ আহিছে। ইমান পৰে তেওঁ জাহাজৰ ভিতৰৰ কেবিনতে বহি আছিল। বাহিৰত হুলস্থূল শুনি তেওঁ ঘটনা-স্থলীলৈ দীঘল দীঘল খোজ দি নামি আহিল। খঙতে বঙা-চিঙা পৰি মুখৰ চেলেউটো চোবাই চোবাই অনিৰুদ্ধৰ ফালে চাই বাঘৰ দৰে গৰ্জন কৰি সুধিলে, "যু ডেম বাষ্টাৰ্ড, মেকিং নইজ?"

ঘটনাস্থলীৰ সকলো মানুহ ভয়ত পেপুৱা লাগিল। অনিৰুদ্ধৰ চকু-মুখত কিন্তু ভয়ৰ লেশ মাত্ৰ চিনো ফুটি নুঠিল। ওঁঠদুটা বেঁকা কৰি সি মাথোন সামান্যভাৱে হাঁহিলে। তাৰ সাহ দেখি বজাৰৰ মানুহবোৰেও যেন সাহস পালে। আটাইবোৰ মানুহে তাক ঘেৰি ধৰিলেহি। পোহাৰী বুঢ়ীজনীয়েও কপালৰ তেজলগা হাতখন দাঙি দেখুৱাই কেপ্তেইনৰ ওচৰত আহি ৰ'ল। কেপ্তেইনৰ মুখলৈ চাই বুঢ়ীয়ে ক'লে, "বাপাৰগাত দোষ নাই নহয়। তাক কিয় সেনেকৈ কহ?"

খন্তেকৰ নীৰৱতা।

তাৰ পিছত আকৌ বুঢ়ীয়ে ক'লে, "এটা মৈত্‌কালৰ দাম তিনি পইচা। সেনেকৈ আমি বেচিয়ে আছু। আজি সি দেয় দুই পইচা। দিবা নবি নহয়।"

চাহাবে পুনৰ গৰ্গৰাই উঠিল, "হামি হেইচব কথা বুজি নাপায়।

বুঢ়ীয়ে আকৌ কাকুতি মিনতি কৰি কবলৈ ধৰিলে, "দুই পইছাটো দলি মাৰি সি পলাবা খুজিছিল। মৈত্ফালো নেয়, পইছাও কম্কে দেয।"

"হুম", কেপ্তেইনে এইবাৰ ঘটনাটো বুজিবলৈ চেষ্টা কৰা যেন লাগিল।

"মই আৰ কি কৰিম? ধল্ল্ তাৰ পট্লংটোত খাম্চা মাৰি। তাৰ লগত মই পাৰুনা?" বুঢ়ীৰ কথাত আকৌ কান্দোন ফুটি উঠিল, "অতাই দি কপালতে গুৰি মাৰি দিলাক এ বাপা। ফাটি চিৰ্চিৰ্কে তেজ অলে গেল। কাঁয়ো আগ বাৰি নাহে। ফে্ল-ফে্ল মুখ মেলি চাইহে থাক্লা।" এইবাৰ অনিৰুদ্ধৰ ফালে চাই বুঢ়ীয়ে ক'লে, "ই বাপাইহে ধল্লা আহি। নংলি আজি সি মোক মাৰি ফেলনা হৈ।"

বুঢ়ীৰ কথা শুনি কেপ্তেইনৰ মুখৰ চেহেৰা সলনি হোৱা যেন দেখা গ'ল। সেই সুযোগতে অনিৰুদ্ধই চাহাবৰ একেবাৰে কাষত আহি থিয় দিলে।

"কি নাম আছে?" কেপ্তেইনে সুধিলে।

"অনিৰুদ্ধ।"

"মাৰপিট কৰিছে?"

"হয়। মিছা কথা কিয় কম? মই মানুহ জনক ঘুচিয়াইছোঁ। আপুনি বিচাৰ কৰক কাৰ দোষ। মোৰ যদি দোষ হৈছে, সেইটোও বিচাৰ কৰক—।" অনিৰুদ্ধই নিৰ্ভীক চিত্তে উত্তৰ দিলে।

কেপ্তেইনে কিছুসময় একো নামাতিলে। তেওঁ অসমীয়া কথা বুজি পায়। ডেকত বহি থকা তেজপুৰীয়া মানুহ দুজনো ইতিমধ্যে ঘটনাস্থলীলৈ উঠি আহিল। তেওঁলোকেও হোৱাইটমেনক কিবা কিবি বুজালে।

বিচাৰত কোট-পেন্ট পিন্ধা মানুহজন দোষী সাব্যস্ত হ'ল।

"তেওঁ বুঢ়ীক উপযুক্ত ক্ষতিপূৰণ দি ক্ষমা খুজিব লাগিব। নহ'লে আমি তেওঁক এৰি নিদিওঁ।" অনিৰুদ্ধই ক'লে।

নিৰুপায় হৈ মানুহজনে বুঢ়ীক পাঁচ টকা দি হাত যোৰকৈ ক্ষমা খুজিলে।

সকলো মানুহ আঁতৰি যোৱাৰ পিছত পোহাৰী বুঢ়ীজনীয়ে অনিৰুদ্ধক বুকুত সাবট মাৰি ধৰি গালে মুখে টপাটপে চুমা খাই গা মূৰ পিহি আশীৰ্বাদ দিলে, "পভুই ক'লি মানুহ হবি যা বাপা। ডাহাব মানুহ হবা পাৰি। এ বাপা, পাল্লি এহেঁতক খেদ এ।" বুঢ়ীৰ শেষৰ কথাষাৰত অনিৰুদ্ধৰ গাটো সিৰিকৃকৈ গ'ল। বুঢ়ীৰ এই কথাষাৰতে যেন দেশৰ সকলো দুখীয়া দৰিদ্ৰ মানুহৰ অন্তৰত থকা বহুদিনীয়া বেদনাৰ প্ৰকাশ ঘটিছে। থোকাথুকি মাতেৰে বুঢ়ীয়ে আৰু কিবা-কিবি ক'লে। কি ক'লে, অনিৰুদ্ধই ভালদৰে বুজি নাপালে।

ছাঁৎকৈ তাৰ ঘৰলৈ মনত পৰিল। মাক-পিতাক, বেলিৰাম, মাহী-পেহী আটাইকেইজনৰ মুখবোৰ তাৰ মনৰ চকুত ভাঁহি উঠিল। জাহাজ এৰিবৰ সময়ত বুঢ়ীয়ে তাৰ ফালে একেথৰে চাই থাকিল। তাৰ এতিয়া ভালদৰে অনুভৱ হ'ল—সি আজিৰপৰা প্ৰকৃততে এক নতুন পথত ভৰি দিলে। পথত কি আছে, পথৰ শেষত কি আছে—একো সি অনুমান কৰিব নোৱাৰিলে।

ব্ৰহ্মপুত্ৰৰ পানীত দুপৰৰ প্ৰখৰ সূৰ্য্যৰ কিৰণ পৰিছে। সৰু সৰু ঢৌবোৰে হীৰাৰ টুকুৰাৰ দৰে—চিকৃমিকাবলৈ ধৰিছে। নদীৰ দুয়োপাৰে মনোৰম প্ৰাকৃতিক শোভা। দুয়োপাৰৰ গাঁও-নগৰ চোৱাই বৈ অহা ব্ৰহ্মপুত্ৰৰ বিশালতাই অনিৰুদ্ধৰ কোমল মনটো কাঢ়ি লৈ গ'ল।

জাহাজৰ গতি তীব্ৰতৰ হৈ আহিল।

তাৰ কাপোৰৰ টোপোলাটোত মাকে এখন কিতাপ ভৰাই

দিছিল। কথাটো এতিয়াহে খপকৈ তাৰ মনত পৰিল। যাত্ৰীৰ হুলস্থুল লাহে লাহে কমি আহিবলৈ ধৰিছে। সেই সুযোগতে সি টোপোলাৰপৰা কিতাপখন উলিয়াই ল'লে।

ফাটি ছিৰি পুৰণি হৈ পৰা এখন কিতাপ। ওপৰৰ দুখিলামান পাত নাই। কিতাপখনৰ নাম কি, লেখকেইবা কোন জানিবৰ উপায় নাই। শেষৰ ফালৰ পাত কেইখিলাবো অৱস্থা নাই। বঙালী ভাষাত লেখা কিতাপ। অনিকদ্ধহঁতৰ ঘৰৰ ধোঁৱাচাঙত থকা পুথি-পাঁজিবোৰৰ লগত এনে ধৰণৰ কিতাপ বহুত আছে। কিতাপখনৰ পাতবোৰ লুটিয়াই যাওঁতে হঠাৎ এটা পাতত তাৰ চকুহুটা বৈ গ'ল। তাত থকা কথাখিনি সি একে উশাহে পঢ়ি পেলালে। পঢ়োতে তাৰ পোহাৰী বুঢ়ীজনীলৈ মনত পৰিল।

কথাখিনিৰ অঁাৰৰ পৰা বুঢ়ীয়ে যেন ক'বলৈ ধৰিলে, "আজি আমাৰ আইৰ গলত নৰ কংকালৰ মালা। আমাৰ আই অন্ধকাৰত বুৰ গৈ আছে। নিজৰ সকলো হেৰুৱাই তেওঁ হৈ পৰিছে উদং। নিজৰ ভৰিৰ তলতে নিজৰ মুখ লুকুৱাই আমাৰ আয়ে এন্ধাৰত উচুপি উচুপি কান্দি আছে।" পোহাৰীজনীৰ অসহায় করুণ মুখৰ ছবিখনি যেন অনিকদ্ধই সকলোতে দেখা পালে। লগে লগে দেখা পালে জোতাৰ গোৰ খাই উফৰি পৰা বুঢ়ীৰ কপালৰ তেজৰ দাগ-বোৰ। কেপ্টেইন হোৱাইটমেনে তাক 'বাষ্টাৰ্ড' বুলি গালি পাৰিছিল —জোতাৰ গোৰ আৰু সেই গালিৰ মাজত এই মুহূৰ্তত অনিকদ্ধই কোনো পাৰ্থক্য বিচাৰি নাপালে। পাৰ্থক্য এই খিনিতে যে জোতাৰে গোৰ মৰা মানুহজনে শেষত ক্ষতিপূৰণ দি ক্ষমা ভিক্ষা কৰিব লগা হ'ল। কিন্তু কেপ্টেইন হোৱাইটমেনে? তেওঁৰ ঘৃণাসূচক দৃষ্টি আৰু গালি জানো সি সহজে হজম কৰিব পাৰিব? ইয়াৰ বাবে সি জানো কোনো প্ৰতিবাদ নকৰিব? অনিকদ্ধৰ অন্তৰাত্মাই চিঞৰি চিঞৰি ক'লে—প্ৰতিবাদ কৰিব। এদিন নহয় এদিন, ইয়াৰ প্ৰতিশোধ সি লবই।

এক অদ্ভুত শিহৰণ লাগিল অনিৰুদ্ধৰ গাত। কিতাপখনৰ কথা-খিনি সি যদিও ভালদৰে বুজি পোৱা নাই, তথাপি কথাখিনিৰ ভিতৰৰ পৰা অহা কিবা এক আহ্বান কিবা এক মিনতিয়ে তাৰ কোমল অন্তৰত জোকাৰণি তুলি গ'ল।

আকৌ এক ভয়ংকৰ জোকাৰণি তুলি জাহাজৰ ইঞ্জিনটোৱে গতি বঢ়াই দিলে। ফা-ফাকৈ পানী ফালি ফালি জাহাজখন আগুৱাই গৈ থাকিল। ব্ৰহ্মপুত্ৰৰ সোঁতত উজনি মুৱাকৈ যোৱা জাহাজৰ গতি তেনেই শামুকীয়া।

গুৱাহাটী পাবলৈ বহুদূৰ থাকোঁতেই বেলি পাতত বহিবৰ সময় হ'ল। এনেকুৱা সময়ত অনিৰুদ্ধৰ মাকলৈ মনত পৰে। চোতালত ঢাৰি-পাটি পাৰি লৈ তাক ওচৰলৈ মাতি আনি মাকে বৰগীত গায় এনে সময়ত। নিচেই সৰুৰেপৰা সি মাকৰ সুমধুৰ কণ্ঠত বৰগীত শুনি আহিছে। গীতৰ মাজে মাজে মানুহজনী দৰক লাগি বৈ যায়। তাৰ মুখলৈ মৰমেৰে চাই কয়, "মইনা, এইখন মহাপুৰীয়া বংশৰ ঘৰ। মাধৱ কন্দলিৰ বংশৰ ঘৰ। তই ডাঙৰ হৈ তেওঁৰ নাম ৰাখিব লাগিব। নামঘৰ, থাপনাৰ বস্তিগছি, কীৰ্ত্তন ঘোষা, বৰগীত—আমাৰ এই খিনিয়েই সাৰবস্তু—সৰ্বস্ব। আমাৰ জাতিটোৰ তাতেই উৎপত্তি, তাতেই পৰিচয়।" সেইবোৰ কথা সি সৰুতে সিমান বুজি পোৱা নাছিল। কিন্তু, আজি জাহাজত এই মিহলি কথা বতৰাৰ মানুহৰ মাজত মাকৰ কথাখিনিৰ অৰ্থ সি লাহে লাহে যেন বুজি পাবলৈ ধৰিলে। তাৰ এই যাত্ৰাৰ গুৰুত্ব সি এতিয়াহে উপলব্ধি কৰিবলৈ ধৰিলে। এয়া যেন সাধাৰণ জাহাজযাত্ৰা নহয়, এক অখ্যাত অনভিজ্ঞ কিশোৰৰ আত্মপৰিচয় উদ্ধাৰনৰ অভিযান।

এটা সময়ত জাহাজ আহি বুঢ়াচাপৰিৰ কাষ চাপিল। কামাখ্যা পাহাৰৰ দক্ষিণ পূৱে ব্ৰহ্মপুত্ৰৰ বুকুত গজা এই সৰু চাপৰিটোৰ নাক বুঢ়া চাপৰি হোৱাৰ এক ইতিবৃত্ত আছে। এসময়ত ইয়াত হেনো এজন বুঢ়া মানুহ আছিল। অকলশৰে। খেতিবাতি কৰে।

খাওঁতা নাই। বস্তু-বাহানি উভৈনদী। সকসুৰা জাহাজ, নাও আদি চাপৰিত ক্ষন্তেক বৈ যায়। বৈ যোৱা নোযোৱা সকলো জাহাজৰ যাত্ৰীলৈ বুঢাই ফল-মূল দলিয়াই দিযে। এতিয়া বুঢা নাই, কিন্তু চাপৰিটো আগৰদৰে আছে। চাপৰিটোৰ নাম বুঢাচাপৰি বুলি আজিও মানুহৰ মাজত জনাজাত হৈ আছে।

বুঢা চাপৰি পাৰ হৈ আহি জাহাজ এইবাৰ নদীৰ গৰাৰ ওচৰেদি যাবলৈ ধৰিলে। নদীৰ পাৰত অটব্য হাবি। এই হাবি ভৰলু নৈৰ পশ্চিম পাৰলৈকে বিয়পি আছে। কাঠ-বাঁহ-বেতৰ ডাঠ হাবি। হাবিৰ দক্ষিণফালে গুৱাহাটীৰপৰা পলাশবাৰীলৈ যোৱা কেঁচা আলি। আলিৰ দুয়োটা ফালে বহুত দূৰলৈকে মানুহৰ ঘৰ-বাৰী নাই। সন্ধিয়া নৌহওঁতেই বনৰ বাঘ আহি আলিৰ দাঁতিত নেজ পেলাই বহি থাকে। গতিকে আবেলিৰ পৰাই আলিবাটত মানুহৰ চলাচল পাতল হৈ আহে।

হাবিৰ মাজতে ভৰলু নৈৰ পশ্চিম পাৰে এখন কলেৰা হস্পিটাল আছে। হস্পিটাল নামতহে। দুটা মাত্ৰ সৰু সৰু খেৰৰ জুপুৰী ঘৰ। তাৰো জৰাজীৰ্ণ অৱস্থা। হস্পিটালটো প্ৰায়ে খালী পৰি থাকে। ডাক্তৰ থাকে দূৰৈত। কমাৰ পট্টীত। ৰোগীও প্ৰায় নাথাকেই। দিনত হস্পিটালটোৰ ভিতৰ-বাহিৰ গৰু-ছাগলীযে গছকি-ফেনেকি থাকে। ৰাতি হ'লে শিয়ালৰ হোৱা আৰু কেতিযাবা বাঘৰ গোঁজৰণি শুনা যায়। জাহাজৰ যাত্ৰীৰ মাজত কলেৰাই দেখা দিলে বুঢাচাপৰিত জাহাজ বান্ধি ৰোগীবোৰক চিকিৎসাৰ কাৰণে এই হস্পিটালত ভৰ্ত্তি কৰা হয়। চিকিৎসাই প্ৰায়ে ফল নিদিয়ে। কলেৰা হোৱা মানেই অৱশ্যম্ভাৱী মৃত্যু।

হস্পিটালৰপৰা অলপ আঁতৰতে এখন ডাঙৰ মৰিশালী। হাইজা-জহনীত যোৱা শবোৰ এইখন মৰিশালীত সৎকাৰ কৰা নহয়, ব্ৰহ্মপুত্ৰত পোনে পোনে পেলাই দিয়া হয়। মানুহৰ বিশ্বাস কলেৰা মানে ভূত, ভূতে ধৰা মানুহক মৰিশালীত পুৰি পেলালেও ভূতবোৰ

নাথায়। বৰং ৰাতি ৰাতি সেইবোৰে আছি জাহাজৰ যাত্ৰীক চপৰা বা শিলগুটি দলিয়াই নানান উপদ্ৰৱ কৰে। সিহঁতৰ উৎপাতত হেনো ঘাই আলিয়েদিও বাটকয়া যাব নোৱাৰে। গতিকে ভূতৰ সঁচ নাবাখি ৰবাশ নদীত উটুৱাই দিলেই ভাল বুলি মানুহৰ বিশ্বাস।

বুঢ়াচাপৰিৰ কাষ পাওঁতে আজিও জাহাজৰ যাত্ৰীবোৰৰ মাজত এটা গুণগুণনি উঠিল। দুই একে সাৱধান হ'বলৈ যাত্ৰীবোৰক সঁকিয়াই দিলে। অনিৰুদ্ধই একো বুজি পোৱা নাই। সি থৰ লাগি মুকলি চাপৰিটোলৈ চাই থাকিল। চাপৰিৰ সোঁমাজৰ এজোপা বিৰিণাৰ মাজত এটা মাছৰোকা চৰায়ে চোপ লৈ আছে। জাহাজ পাৰ হৈ গ'লেই নদীৰ সৰু সৰু ঢৌৰ সৈতে নাচিবলৈ পোনামাছবোৰ পানীৰ ওপৰলৈ উঠি আহিলেই সি থাপ মাৰি ধৰিবলৈ বাট চাই আছে। চাপৰিৰ অ'ত ত'ত আন্ধাৰৰ দীঘল চুলি ওলমিবলৈ ধৰিছে।

বুঢ়া চাপৰি, কলেৰা হস্পিটাল, মৰিশালী, ভৰলু নৈ অতিক্ৰম কৰি জাহাজখন উজান বজাৰৰ পকীঘাটৰ ফালে অগ্ৰসৰ হ'ল।

আন্ধাৰ ভালদৰেই হৈছে। খোলাবান্ধা জাহাজঘাটত দেখি অহাৰ দৰে উজানবজাৰৰ পকীঘাটতো এটা লঠন জ্বলি থকা অনিৰুদ্ধই দেখা পালে। লণ্ঠনৰ পোহৰ দেখা পাই জাহাজৰ যাত্ৰীবোৰৰ মনত আনন্দ লাগিল। আটাইৰে মুখবোৰলৈ যেন লঠনৰ পোহৰ বিযপি আহিল। অনিৰুদ্ধৰ মনটোও পাতল পাতল লাগিল। আৰু বেছি পৰ নাই। ক্ষন্তেক পিছতেই এটা দীঘলীয়া যাত্ৰাৰ অন্ত পৰিব। লগে লগে আৰম্ভ হ'ব অনিৰুদ্ধৰ জীৱনৰ এক নতুন অধ্যায়।

## দুই

জাহাজ আহি ঘাটত লাগিল। তাৰ সন্ধানী চকুৱে ঘাটত বৈ থকা মানুহবোৰৰ মাজত খুড়াকক বিচাৰিবলৈ ধৰিলে। ঘাটৰ অন্যান্য মানুহবোৰৰ যি কোনো এজন মানুহেই তাৰ খুড়াক হ'ব। সি তেওঁক এতিয়া দেখিলেও চিনি নাপাব। ইমান দিনে সি তেওঁৰ ফটোহে দেখিছে, মানুহজনক দেখা নাই। অনিৰুদ্ধইঁতৰ গাঁৱৰ ঘৰত খুড়াকৰ ডেকা কালৰ ফটো এখন আছে। সেইখনলৈ মনত পেলাই সি মানুহজনক বিচাৰিবলৈ যত্ন কৰিলে। তাক আগবঢ়াই নিবলৈ ঘাটলৈ কৃষ্ণকান্ত অহাৰ কথা। কৃষ্ণকান্ত আৰু অনিৰুদ্ধ খুড়াক আৰু ভতিজাক, কোনেও কাকো চিনি নাপায। অথচ দুয়ো আজি ইজনে সিজনক বিচাৰি উলিযাব লগিব। কৃষ্ণকান্তই গুৱাহাটীত কিবা চৰকাৰী চাকৰি কৰিছিল বুলি সি ঘৰত শুনি আহিছে। খুড়ীযেকো আছে ইযাতে। অনিৰুদ্ধই তেওঁলোকৰ ঘৰত থাকিযেই গুৱাহাটীত হাইস্কুলত পঢ়িবলৈ আহিছে।

ঘাটত চিৰি পেলাই দিযাৰ লগে লগে মানুহৰ ভীৰ ঠেলি সি টোপোলাটোৰে সৈতে সকলোৰে আগতে আহি পাৰত উঠিল। পাৰত বৈ থকা মানুহৰ সংখ্যা আঠ-দহমানহে হ'ব। আন্ধাৰত কাৰো মুখ চিনিবৰ উপায় নাই।

গুৱাহাটীৰ জাহাজঘাটৰ এজেণ্ট নিখিলেশ ৰায় আৰু ছাব এজেণ্ট ৰাধাকান্ত দাস। এজেণ্ট প্ৰায়ে ঘাটলৈ নাহে। ছাব এজেণ্টেই ঘাটৰ কাম-কাজ চোৱা চিতা কৰে। খোলাবন্ধা আৰু পলাশবাৰী জাহাজঘাটৰ ছাব-এজেণ্টক স্থানীয় মানুহে 'জাহাজবাবু' বুলি কয়। ৰাধাকান্ত দাসক কিন্তু কোনেও 'জাহাজবাবু' নোবোলে। ৰাধাবাবু বুলিহেই মাতে—তাতৰ সৰু সকলোৱে।

আজিও ৰাধাবাবু ঘাটত আছে। লণ্ঠনটো তেৱেঁই লৈ আছে। জাহাজৰ ডেকত বন্দুৱাবোৰে বিশৃংখল হুলস্থুলৰ সৃষ্টি কৰিছে। কাৰো মাত কোনেও নুশুনে।

বেগাবেগিকৈ খোজ দি কৃষ্ণকান্ত ইতিমধ্যে ঘাট পাইছিলহে। অনিৰুদ্ধৰ বিষয়ে কোনো ধাৰণা তেওঁৰ নাই। কিন্তু, সি ল'ৰা মানুহ, টালি-টোপোলাৰে আহিব—চিনি পোৱা যাব। এই আশা কৰি অনুমানতে কৃষ্ণকান্ত আগুৱাই গ'ল।

এনেতে এটা ল'ৰাই ঘাটত মানুহৰ জুমত কাৰোবাক বিচাৰি ফুৰাৰ দৰে ভিডি মেলি চাই যুৰা কৃষ্ণকন্তেই দেখা পালে তেওঁ আৰ কাষ চাপি গ'ল, আৰু নিচেই চিনাকিৰ দৰে মাত লগালে, "তই আহিলি।"

সন্দেহ আৰু আশ্চৰ্যভৰা চাৱনিৰে অনিৰুদ্ধই কৃষ্ণকান্তলৈ চালে।

কৃষ্ণকান্তই তাৰ চাৱনিক গুৰুত্ব নিদি ক'লে, "আহ। আহ। মই তোক আগবঢাই নিবলৈকে আহিছোঁ।"

ঘাটত বৈ থকা মানুহৰ জুমটোলৈ সি আন্ধাৰতে চাই পঠিয়ালে। সেই জুমটোৰ মাজৰ পৰা আহি তাৰ সন্মুখত ঘপহকৈ থিয় দিয়া মানুহজনেই তেনেহলে তাৰ খুড়াক নেকি?

অচিনাকি মানুহজন অনিৰুদ্ধৰ গাৰ কাষ চাপি আহিল। মানুহজনৰ মুখত আধাপকা দীঘল দাড়ি। সামান্যভাৱে হাঁহিবলৈ চেষ্টা কৰি মানুহজনে তাক সুধিলে, "তই মোক চিনি পোৱা নাই?"

সি ক'লে, "নাই পোৱা, আপুনি—"

কৃষ্ণকান্তই এইবাৰ হাঁহি মাৰি ক'লে, "মই তোৰ খুড়াৰ, কৃষ্ণকান্ত—। বহুত বছৰ মই বাহিৰতে আছোঁ। নহয়, তইঁতে মোক দেখাই নাই। চিনি কেনেকৈ পাবি? তোকে মই অনুমানতেহে ধৰিছোঁ।।"

অনিৰুদ্ধ অবাক হৈ গ'ল। এইজন তাৰ খুড়াক! সিহঁতৰ গাঁৱৰ ঘৰৰ বেৰত ওলমি থকা কৃষ্ণকান্তৰ ছবিখনলৈ তাৰ মনত পৰিল। সেই ছবিখনৰ লৈতে এইজন মানুহৰ এতিয়া অলপো সাদৃশ্য অনিৰুদ্ধই

বিচাৰি নাপালে। সেইজন কৃষ্ণকান্ত আজি যেন নাই। তাৰ ঠাইত এজন নতুন কৃষ্ণকান্তৰ জন্ম হৈছে। আগৰ সেই শকত আৰুও নোদোকা মানুহটো শুকাই খীনাই এতিয়া অস্থিৰ চৰ্মসাৰ হৈছে। বয়সতকৈ বহুত বেছি বুঢ়া হৈ গৈছে। ঘৰত থকা ফটোখনৰ সৈতে এটাই মাথোন সাদৃশ্য ৰৈছে—সেয়া তেওঁৰ চকুহুটাত। গম্ভীৰ তীক্ষ্ণ চকুযুৰি আগৰদৰেই আছে।

অনিৰুদ্ধ অবাক হৈ যোৱা দেখি কৃষ্ণকান্তই কথাৰ সুৰ সলনি কৰি ক'লে, "ককাইদেৱে দিয়া চিঠিখন পাইছোঁ। তই আহিবি বুলি আমি—মানে মই আৰু খুড়ীয়েৰাই জানো। ভালেই লাগিছে দেচোন। অন্ততঃ খুড়ীযেৰাই তোক পালে বৰ ভাল পাব। মানুহজনী বৰ অকলশৰীয়া। মোক তই দেখিবিয়েই নহয়—। ঘৰত থাকিবলৈ সময়ে নাপাওঁ। এ—তই সকলো দেখিবি, আহ আহ।" তাৰ কান্ধত হাত বুলাই কৃষ্ণকান্তই তাক আগবঢ়াই আনিলে।

কৃষ্ণকান্তৰ পিছে পিছে অনিৰুদ্ধই খোজ ল'লে। কাপোৰৰ টোপোলাটো এতিয়া বহুত পাতল হৈছে। টোপোলাটোলৈ আঙুলিয়াই কৃষ্ণকান্তই সুধিলে, "তাত কি?"

অনিৰুদ্ধই ক'লে, "বিছনা। দুখনমান কাপোৰ আৰু এটা গাৰু।"

"এঃ, সেইবোৰ কিয় লৈ আহিছ? মোৰ ঘৰত এইবোৰ নাই বুলি আনিছ নেকি?"

"নহয়, নহয়।"

"মোৰ ঘৰত বিছনাবোৰ খালী পৰি আছে। থকা মানুহ নাই।"

"এইখিনি জাহাজত শুবৰ বাবে আয়ে দি পঠিয়াইছে।"

"অ।" কৃষ্ণকান্তই কথাটো এতিয়াহে বুজি পালে। অলপ ৰৈ তেওঁ সুধিলে, "ঘৰত সকলোৱে ভাল নে? ককাইদেউৰ? নবৌক ইমান মাতিলোঁ গুৱাহাটীলৈ। নাহিল।"

"সেই কাৰণে আপুনিও ঘৰলৈ নাযায় নেকি?"

"সেইকাৰণে নহয় অ' মইনা।" কৃষ্ণকান্তৰ কথাত খোকোজা লাগিল, "আচলতে মই একেবাৰে সময় নাপাওঁ।"

"ইমান বছৰে আপুনি এদিনো সময় নাপালেনে?"

"তই তেনেকৈ সুধিবি বুলি মই জানো।" কৃষ্ণকান্তই অনিৰুদ্ধই কথাৰ উত্তৰ নিদিলে। অনিৰুদ্ধয়ো হুনাই নুসুধিলে। কৃষ্ণকান্তৰ কথা-বতৰা, ভাব-ভংগী সকলোতে অনিৰুদ্ধই এক ৰহস্যৰ গোন্ধ পালে। কৃষ্ণকান্ত যেন সম্পূৰ্ণৰূপে এখন বেলেগ জগতৰ মানুহ। সেইখন জগতৰ সৈতে অনিৰুদ্ধৰ কোনো পৰিচয় নাই।

আন্ধাৰে মুন্ধাৰে দুয়ো আহি পাণবজাৰৰ নাট্য সমাজৰ খৰটোৰ ওচৰ পালে। ঘৰটোৰ ভিতৰত কোনোবাই ডাঙৰ ডাঙৰকৈ নাটকৰ সংলাপ কোৱা শুনা গ'ল। মাজে মাজে হাৰম'নিয়ামৰ সা—ৰে—গা—মা টনাও অনিৰুদ্ধৰ কাণত পৰিল। বোধহয় কিবা নাটকৰ তালিম হৈছে। নাট্যসমাজৰ ঘৰটোৰ এখন মাত্ৰ দুৱাৰ, একেখন খিৰিকী। সেই দুখন মেল খাই আছে। ভিতৰতে এটা সৰু লণ্ঠন জ্বলি আছে। সেই পোহৰত কৃষ্ণকান্তই নাটকৰ আখৰা কৰা মানুহ-কেইজন চিনি পালো। ঘৰটোৰ ফালে চাই কৃষ্ণকান্তই অনিৰুদ্ধক সুধিলে, "তই গান-চান শিকিছনে?"

"শিকিবলৈ আমাৰ তাতনো সুবিধা ক'ত? আইৰ মুখতে যি বৰগীত শুনিছোঁ। দুই এটা গাব পাৰোঁ।"

"ইয়াত শিকিব পাৰিবি। বৰ ভাল ভাল ওস্তাদ আছে, ডাঙৰ অভিনেতাও আছে। অৱশ্যে বঙালী নাটক। তথাপি, বিদ্যাটো শিকিব পাৰিবি।"

অনিৰুদ্ধই একো নকলে।

নাট্য সমাজ পাৰ হৈ কাষৰ সুৰুকীয়া বাটটোৰে কৃষ্ণকান্ত সোমাই গ'ল। পিছে পিছে অনিৰুদ্ধ। এই বাটেৰে অলপ গ'লেই কৃষ্ণকান্তৰ ঘৰ। ঘৰ মানে এটা খেৰৰ জুপুৰী। ভিতৰত কিবা পোহৰ-চোহৰ আছেনে নাই বাহিৰৰ পৰ ধৰিবই নোৱাৰি। চাৰিওফালে এক গহীন

থম থমীয়া পৰিবেশ বিৰাজমান। নঙলা খুলি সুমো গৈ ঘৰৰ চোতাল পালে। ঘৰৰ পিৰালিতা থিয় দিয়েই কৃষ্ণকান্তই এটা কাহ মাৰিলে। তাৰ পিছত ঘৈনীয়েকক মাতিলে, "হেৰা, চোৱাহি—চোৱা! কোন আহিছে!"

মামুহজনী খপ জপ্‌কৈ ভিতৰৰ পৰা ওলাই আহিল। বাওঁহাতত কেৰাচিন তেলৰ এটা চাকি। চাকিৰ ৰঙচুৱা পোহৰত মামুহজনীয়ে অনিৰুদ্ধক ভৰিৰ পৰা মূৰলৈকে এবাৰ চালে। তেওঁ কিবা কবলৈ নৌ পাওঁতেই কৃষ্ণকান্তই ক'লে, "ই—মইনা—তুমি তাক—।"

"এ, ৰাম। জাহাজত আহোতে বৰ কষ্ট হ'ল কিজানি। হেৰি নহয়, মইনা, ঘৰত ভালনে? বাইদেউ ভালে আছে?" আৰু বহুত প্ৰশ্ন কৰিব লগা আছিল। সম্ভৱতে এই কেইটাকে সৰু ছোৱালী এজনীৰ দৰে তেওঁ ক'লে।

"ঘৰত ভাল খুড়ীদেউ। আইবো ভাল।" এইখিনি কৈ অনিৰুদ্ধ ক্ষন্তেক ৰ'ল। তাৰ পিছত খুড়ীয়েকৰ ওচৰত অভিযোগ কৰাৰদৰে ক'লে, "আয়ে আপোনাৰ কথা কৈয়ে থাকে। আপুনিহে নাযায় গাঁৱলৈ। আপোনালোকে আমাক একেবাৰে এৰিলে।'

মামুহজনী বহুত সময়লৈ নিৰুত্তৰ হৈ থাকিল। তেওঁ যেন কিবা ক'ব খুজিছে, ক'ব পৰা নাই। কথাবোৰ বুকুলৈকে আহিছে, কিন্তু ডিঙি পাৰহৈ মুখৰ পৰা ওলাই আহিব পৰা নাই। মামুহজনীৰ কোমল মুখখনিত কিবা এক গুপুত বেদনাৰ ছাঁ অনিৰুদ্ধই লক্ষ্য কৰিলে। আজি হঠাতে অনিৰুদ্ধক পাই তেওঁৰ মুখৰ সেই ছাঁটো আঁতৰি যাবলৈ উদ্যত হৈছে, কিন্তু সে ছাঁ ইমান গভীৰ যে সি সহজে এৰাই যাব পৰা নাই। তেওঁৰ চকুৰ পতাত বয়সৰ আঁচোৰ পৰা নাই, পৰিছে মাথোন দীৰ্ঘদিনৰ নিসংগতা আৰু বেদনাৰ নিষ্ঠুৰ আঁচোৰ। হঠাতে মামুহজনীৰ নাকেৰে এটা দীঘল হুমুনিয়াহ ওলাই আহিল। চাকিগছৰ শিখাটো মুহূৰ্তৰ বাবে কঁপি উঠিল।

পৰিস্থিতি গহীন হৈ পৰা দেখি কৃষ্ণকান্তই ক'লে,—

"ব'লা ভিতৰলৈ ব'লা। ইয়াক পিৰালিতে থিয় কৰাই ৰাখি তুমি কি কৰিব খুজিছা?" অনিৰুদ্ধৰ পিঠিত সোঁহাতোৰে লাহেকৈ ধৰি তেওঁ ক'লে, "মইনা, ব'ল।"

তিনিও ভিতৰলৈ সোমাই গ'ল। ঘৰৰ এচুকত টোপোলাটো থৈ অনিৰুদ্ধই খুড়াকক কিবা এটা সুধিবলৈ বুলি পিছলৈ চাই দেখে তেওঁ নাই। তাক ঘৰৰ ভিতৰলৈ পঠিয়াই কোন পাকত মানুহজন ক'লৈ গ'ল সি ধৰিবই নোৱাৰিলে।

উপায় নাপাই সি খুড়ীয়েকক সুধিলে, "টোপোলাটো পিৰালিতে থোৱা ভাল হ'ব নেকি? জাহাজৰ ভিতৰখন বৰ লেতেৰা। কিমান ধূলি-বালি লাগি আছিছে ঠিক নাই।"

"নালাগে। ইয়াতে এচুকতে থাকক। দিনত চাব লাগিব।" মানুহজনীয়ে সহজভাৱে ক'লে।

তথাপি খুড়াক হঠাতে অন্তৰ্ধান হোৱা কথাটোৱে তাৰ মন খু-দুৱাই থাকিল। সি সুধিয়েই পেলালে, "খুড়ীদেউ, খুড়া ক'লৈ গ'ল?"

"ক'লৈ গ'ল জানো। ঘপক্‌কৈ দেখোন নাইকিয়া হ'ল।"

"কৈ নাযায় নেকি?"

"মানুহজন তেনেকুৱাই, মইনা। কেতিয়া যায়, ক'লৈ যায়, কিয় যায় মই আজিলৈকে বুজিবই নোৱাৰিলোঁ। মোক একো নকয়ো তেওঁ।" মানুহজনীয়ে জোৰকৈ হাঁহিবৰ চেষ্টা কৰি ক'লে, "সেইবোৰ কথা তই নিজেই জানিবি লাহে লাহে। সেয়া, পিছফালে পানী আছে। গা-মুখ-ধুই লগে। এইখন গামোচা।" সোঁহাতত লৈ থকা গামোচাখন তেওঁ অনিৰুদ্ধক দিলে, "মোৰ ভাত-আঞ্জা হৈ আছে।"

"ইমান সোনকালে?"

"তই আহিবি বুলি আন্দাজ কৰি আজি সোনকালে ভাত ৰান্ধিছো। অৱশ্যে তই আহিবি বুলি খুড়াৰে মোক কোৱা নাই। তেওঁৰ কামিজ এটা ধুবলৈ যাওঁতে জেপত চিঠি এখন পাইছিলোঁ।

সেইখন খুলি চাইছে জানিলো কথাটো।” মানুহজনীৰ কথাত পুনৰ বেদনাৰ সুৰ বাজি উঠিল। সেই সুৰটোৱে অনিৰুদ্ধক চুই গ'ল।

সি গা-মূৰ-খুৰলৈ পিছফালে গ'ল। এটা ডাঙৰ চৰিয়াত পানী থোৱা আছে। কাষতে এখন কাঠৰ পটা আৰু এটা পিতলৰ ঘটি।

তাক সিফালে পঠিয়াই মানুহজনীয়ে অনিৰুদ্ধৰ বাবে আচুতীয়া কোঠাটোত বিছনা পাৰিবলৈ লাগি গ'ল। বিছনাৰ চাদৰখন টানি-টুনি ঠিক কৰি দি গাৰু এটা লাগিব নে দুটা লাগিব ভাবি থাকোতে অনিৰুদ্ধ আহি কাষত থিয় হ'ল।

“গাৰু এটাৰেই হ'ব নে?

“মোৰ সেইবোৰ একো ঠিক নাই। এটা হ'লেও চলে।”

তথাপি দুটা গাৰুকে দি গাৰুদুটাত সৰু সৰু কৈ দুবাৰমান থপৰিযাই মানুহজনীয়ে ক'লে, “এইখন তোৰ বিছনা। এইটো তোৰ কোঠালী।”

অনিৰুদ্ধই কোঠালীটোৰ চাৰিওফালে এবাৰ চকু ফুৰালে। বহুদিন এইটো ব্যৱহাৰ নোহোৱাকৈ আছিল। আজি সি আহিব বুলি বোধহয় খুড়ীযেকে চাফা কৰিছে। কাৰণ, মানুহজনীয়ে হাতেৰে চুকি নোপোৱা কিছুমান অংশত এতিয়াও দুই এটা মকৰাই অহা-যোৱা কৰি থকা তাৰ চকুত পৰিল। সিহঁতৰ বাহবোৰ ভাঙি যোৱাত সিহঁতৰ হঠাৎ খুব অসুবিধা হৈছে।

কোঠালীৰ এচুকত এখন তক্তাৰ ওপৰত সৰু প্ৰতিমা এখন আছে। অনিৰুদ্ধই ঘৰত কোনো দিনেই একো প্ৰতিমা দেখা পোৱা নাই। সেইবাবে সেইখনলৈ সি কিছু সময় চাই থাকিল। প্ৰতিমা-খনলৈ সি তেনেকৈ থৰ লাগি চাই থকা দেখি মানুহজনীয়ে ক'লে, “কি চাইছ ইমানকৈ? সেইখন সৰস্বতীৰ প্ৰতিমা। তই আহিবি বুলি জানি মই অনাই থৈছোঁ। ভালকৈ পঢ়া-শুনা কৰিবি। বিদ্যা বৰ ডাঙৰ বস্তু। সকলোৱে সেই বস্তু নাপায়।” কথাখিনি যেন প্ৰতিমা-খনেই ক'লে—তাৰ তেনে লাগিল। খুড়ীয়েকৰ প্ৰতিটো কথাৰ

মাজতে কিবা এক বেদনা, কিবা এক আক্ষেপৰ সুৰ সোমাই থাকে। অনিৰুদ্ধৰ মন মামুহজনীৰ প্ৰতি অনুকম্পাৰে ভৰি উঠিল।

ৰাতি ভাত খাই উঠাৰ পিছত অনিৰুদ্ধক মামুহজনীয়ে শুই থাকিবলৈ নিৰ্দ্দেশ দিলে, "তই শুই থাক, মইনা। মই অলপ চাওঁ— তেওঁ আহে নেকি।"

নিৰ্দেশ মতে অনিৰুদ্ধ বিছনাত পৰিল। কিন্তু বহুত ৰাতিলৈকে তাৰ চকুত টোপনি নাহিল। কেতিয়াবা জোৰ কৰি সি চকুদুটা মুদি দিয়ে, কিন্তু দিয়াৰ লগে লগে তাৰ মন গৈ গাঁৱৰ ঘৰত উপস্থিত হয়। গাঁৱৰ ঘৰত মাক, পিতাক, বেলিৰামে, বাৰীৰ কৰ্দৈ-কেতেকী গছ, পত্তজানত মাছৰ জাক—এইবোৰ তাৰ মনত ভাঁহি উঠে। ঘৰৰ পৰা তাৰ মন জাহাজঘাটলৈ আহে। জাহাজৰ ইঞ্জিনৰ শব্দ, ব্ৰহ্মপুত্ৰৰ পানীৰ গৰ্জন, জাহাজৰ ডেকত বনুৱাৰ হুলস্থুল, চাহাবৰ গালি, পোহাৰী বুঢ়ীৰ কপালৰ তেজৰ দাগ—এই আটাইবোৰ দৃশ্য লানি পাতি তাৰ মনৰ পৰ্দাত ভাঁহিবলৈ ধৰে।

কাষৰ কোঠাত খুড়ীয়েক এতিয়াও সাৰে আছে। তেওঁৰ মুখৰ পৰা ওলোৱা ঘন দীঘল হামিৰ শব্দ আহি তাৰ কাণত পৰিল। কৃষ্ণ-কান্তৰ কাৰণে তাত বাটি থৈ তেওঁ বহি আছে। নিজেও খোৱা নাই। সদায় এনেকৈ তেওঁ বৈ থাকেনে?

অনিৰুদ্ধই শুই থকাৰ পৰা মামুহজনীক ভাত খাবলৈ কব খুজিলে, কিন্তু, পিছমুহূৰ্ত্ততে সি ক্ষান্ত হ'ল।

হঠাতে কৃষ্ণকান্তৰ ওপৰত তাৰ খং উঠিল। এজনী মামুহক ইমান শাস্তি দিবলৈ তেওঁক কিহে পাইছে।

অনিৰুদ্ধই থিৰাং কৰিলে, সি মামুহজনীক শাসন কৰিব। বিছনাৰ পৰাই খুড়ীয়েকক শুই থাকিবলৈ নিৰ্দেশ দিবলৈ আকৌ তাৰ মনত ইচ্ছা হ'ল। কিন্তু পিছ মুহূৰ্ত্ততে কিবা ভাবি চুপ হৈ থাকিল। সি আজি আহিছেহে। সম্পূৰ্ণ নতুন এখন ঘৰ, নতুন পৰিবেশ। সকলো কথাৰ আঁতিগুৰি নজনাকৈ আগ বঢ়াটো ভাল নহ'ব।

ওচৰতে ক'ৰবাত ৰাতি ছুই বজাৰ ঘণ্টা পৰিল। অনিৰুদ্ধই ঘণ্টাৰ শব্দ শুনিলেহে, ক'ত শব্দ হ'ল সি নাজানিলে।

অলপ পিছতে কৃষ্ণকান্ত আহি ঘৰ সোমোৱা অনিৰুদ্ধই গমপালে। আহিয়েই তেওঁঅ মুচ্চ কণ্ঠেৰে সুধিলে, "মইনাই ভাত খালে হ'ব পায় ?"

"এতিয়াও নে। কেতিয়াবাই খালে। এতিয়া মানে কিজানি এঘুমটি হ'লেই।"

"তুমি ?"

এইটো প্ৰশ্নৰ উত্তৰ মানুহজনীয়ে নিদিলে। আগেয়েও নিদিয়ে। তাৰ সলনি তেওঁ ক'লে, "আহক, আপোনাৰ কাৰণে বাঢ়ি থৈছোঁ। সোনকালে খাই শুই থাকক। ৰাতি বহুত হৈছে।"

ঘৰৰ পিছফালে গৈ খৰখেদাকৈ মুখ-হাত ধুই কৃষ্ণকান্ত ভাতৰ পাতত বহিল। অলপ আঁতৰত ৰেণুও বহিল। ভাত খাই থাকোতে তেওঁ লাহেকৈ এবাৰ মাতিলে, "ৰেণু!"

"কি হ'ল, আকৌ কিবা নতুন কথা ওলাল নেকি ? নে ক'ৰবালৈ যাবলৈ মন কৰিছে ?"

"নতুন কথা—ঠিকেই ধৰিছা তুমি।"

ৰেণু উৎকৰ্ণ হৈ উঠিল।

"তোমাক নতুন কথা এটা ক'ব খুজিছোঁ।"

কৃষ্ণকান্তৰ কথা ৰেণুৱে বুজি নাপায়। তথাপি ক'লে, "কওক। কিন্তু চাব, এইবোৰ কথা যাতে মইনাৰ কাণত নপৰে। সি পঢ়া ল'ৰা। তাক আপোনাৰ এইবোৰ ৰাজনীতিৰ মেৰপাক থকা কথা মুশুনাব।"

"মই নকলেও সি এদিন নিজেই এইবোৰ কথা শুনিব।"

দুয়োৰে মাজত কিছুসময়ৰ নীৰৱতা।

"তুমি ফ্ৰান্স আৰু ৰুছিয়াৰ নাম শুনিছা নহয় ?

"শুনিছোঁ; কি হ'ল ?

"ইংলণ্ডৰ নাম ?"

"শুনিছোঁ।"

"তেনেহলে বাকীখিনিও শুনা।"

সেইবোৰ কথা শুনি মই কি কৰিম? মই জানিছোঁ। আপুনি কিবা যুদ্ধ-চুদ্ধৰ কথা ক'ব।"

"এইয়া, তুমি দেখোন জানাই।" কৃষ্ণকান্তই মনত উৎসাহ পালে, "ফ্ৰান্স আৰু কছিয়াৰ মাজত যুদ্ধ লাগিছে। ঠিক যুদ্ধ নহয় দিযাচোন, যুদ্ধৰ দৰে এটা পৰিবেশৰ সৃষ্টি হ'বলৈ ধৰিছে।"

"এই ৰাতিখন এইবোৰ কথা পাতিবলৈ মোৰ শক্তি নাই।" অৰণ্যে ধৈৰ্য আছে। এই অদ্ভুত মানুহজনৰ লগত থাকি থাকি ৰাতি দুটা কিয় গোটেই ৰাতি উজাগৰে থাকিও তেওঁ এনেকুৱা কথা শুনাৰ অভ্যাস হৈ গৈছে।

"আজি মই শুব নোৱাৰিম। শুলেও বোধহয় টোপনি নাহিব। অলপতে কাৰ্জন চাহাব আহিছিল নহয়, আহি ডিব্ৰুগড়ত ডাঙৰ মিটিং কৰি গ'ল। উজনিৰ ফ্ৰণ্টিয়াৰ চাহ কোম্পানীৰ চাহাব আলষ্টনে অভিনন্দন জনালে। লগত জগন্নাথ বৰুৱাও আছে। দিল্লীৰ বৰলাটে কৈ গ'ল, অসমত যাতায়াত ব্যৱস্থা উন্নত কৰা হ'ব। তাৰ মানে কি হ'ব?" কৃষ্ণকান্তই ভাত খোৱা শেষ কৰি পানী ঘটি কঁট্ কঁট্ কৈ পি খালে। তাৰ পিছত বেণুৰ মুখলৈ উদ্‌ভ্ৰান্ত দৃষ্টিৰে চাই ক'লে, "চাহপাত, তেল, কয়লা, হাবিৰ কাঠ, মৰাপাট এইবোৰ তোমাৰ হোৰে হোৰে বিদেশলৈ গৈ থাকিব। ইহঁতৰ এইবোৰ মতলব বুজিছা। এইবোৰ কথাকে জগন্নাথহঁতে বুজি নাপায়। তাকে লৈ আজিও লাগিলো এখুন্দা ভালকৈ।

অনিৰুদ্ধই নিতাল মাৰি সকলো কথা শুনি থাকিল। কথাবোৰৰ আদি-অন্ত সি ভালদৰে নুবুজিলে। ইফালে যুদ্ধ—আনফালে অসমৰ যাতায়াত ব্যৱস্থা। তাৰ মানে যুদ্ধ কৰিবলৈ ইংলণ্ডক ধন-সোণৰ প্ৰয়োজন হৈছে। কিবা যেন নুবুজিও বুজি পালে অনিৰুদ্ধই।

এটা সময়ত খুড়াকৰ কথা-বতৰা বন্ধ হ'ল। তেওঁ টোপনি গ'ল নে আকৌ ক'ৰবালৈ ওলাই গ'ল সি ধৰিব নোৱাৰিলে।

## তিনি

উজান বজাৰৰ জাহাজঘাটত দৈনিক ৰাতিপুৱা গা ধোৱা মানুহৰ ভিৰ হয়। সেই ভিৰ অসম্ভৱ ধৰণে বাঢ়ি যায় অশোকাষ্টমীৰ দিনা। জাহাজঘাট লোকে লোকাৰণ্য হৈ পৰে। ৰাতি নৌপুৱাওঁতেই ঘাটলৈ গুৰি পকৰাবদৰে মানুহৰ লানি বয়। বহুত দূৰ ঠাইৰপৰাও মানুহ আহে—ওচবৰ পুৰুষ-মহিলা, ল'ৰা-ছোৱালীৰ কথা বাদেই। আঠ বজামানত গা ধোৱা মানুহৰ ভিৰ খুব বেছি হয়। কিছুমানে নৈত পূৰ্বপুৰুষৰ অস্থি বিসৰ্জন দিয়ে, কিছুমানে নৈৰ পবিত্ৰ পানীত অশোকফুল চোবাই গা ধোৱে। মানুহৰ বিশ্বাস, অশোকাষ্টমীৰ দেনা হেনো গংগানদীৰ পৰা এসোঁতা পানী ব্ৰহ্মপুত্ৰেৰে উজাই আহে, সেই পানীৰে গা ধুলে পাপ খণ্ডন হয়। মানুহৰ চিঞৰ বাখৰ, হাঁহি-কিবিলিৰে জাহাজঘাট উৎসৱমুখৰ হৈ উঠে। বিধে বিধে দোকান-পোহাৰ বহে। আঠগাওঁ, লখৰা আৰু কুকুৰমুতাৰ পৰা অহা বুঢ়ী কেইজনীয়ে আখৈ, মুড়ি আৰু তিলৰ লাডু উলিয়ায়। বোন্দা পাহাৰৰ নামনিৰ পোহাৰী কেইজনীয়ে উলিয়ায় বুট দিয়া মিঠৈ। ওপৰত কাউৰী-চিলনীৰ কা-কা-চিঁ চিঁ, তলত মানুহৰ হুলস্থুল। ব্ৰহ্মপুত্ৰৰ মাজ বুকুত সৰু-বৰ-ঢৌৰ গৰ্জন, পাৰৰ পানী-ঘূঁৰণিত, মাৰনাও, জাহাজ আৰু মটৰবোটৰ হেন্দোলনি।

অনিৰুদ্ধই সদায় জাহাজঘাটত পুৱাতে গা ধুই যায়। লগত থাকে তাৰে সৈতে একেলগে গুৱাহাটী ছেমিনাৰিত পঢ়া বন্ধু তিনিজন

—হেমন্ত, মইনুল আৰু খোকন। হেমন্ত থাকে কমাৰ পট্টীত, মইনুল মাছখোৱাত আৰু খোকন বিহাবাৰীত। ব্ৰহ্মপুত্ৰ নৈত গা ধোৱাটো সিহঁত আটাইৰে দৈনিক কৰ্তব্যৰ ভিতৰুৱা।

আজিও সিহঁত গা ধুবলৈ আহিছে। অনিৰুদ্ধৰ কঁকালত সৰু চুৰিয়া, গাত এখন ফুলাম গামোচা। বাকী কেইজনৰো একে পোছাক।

গাধুবলৈ পানীত নমাৰ আগতে সিহঁতে মানুহবোৰলৈ একান্তমনে চাবলৈ ধৰিছে। মানুহবোৰে পানীত নামি মন্ত্ৰ গাবলৈ ধৰিছে। অনিৰুদ্ধৰ এনেকুৱা লাগিল যেন আজিৰ দিনটো আগৰ গতানুগতিক দিনবোৰৰ দৰে একে নহয়। কিবা এক আচহুৱা অনুভূতিত তাৰ মন আলোড়িত হৈ উঠিল। ঘাটলৈ আহিবৰ সময়ত আজি খুড়ীয়েকে তাক বাৰে বাৰে সাৱধান কৰি দিছিল। খুড়ীয়েকৰ মিঠি অথচ টান মাতটো অনিৰুদ্ধৰ কাণত বাজি উঠিল, "মইনা, ঘাটলৈ যাবি হয় সাৱধানে গা ধুবি। আজি অশোকাষ্টমীৰ মেলা—বহুত মানুহ হ'ব। বেছি পলম নকৰিবি। দ'লৈ নামি নাযাবি। বামতে গা ধুবি, শুচি আহিবি।" কথা-খিনিৰ আঁৰত এক কঢ়া শাসনৰ সুৰ সোমাই আছিল। তাৰ একেবাৰে ভিতৰত লুকাই আছিল অতি আপোনজনৰ মৰমৰ সুৰ। কথাখিনি কৰৰ পৰত অনিৰুদ্ধৰ মাক আৰু খুড়ীয়েক একেজনী মানুহ যেনেই লাগিছিল। মাকেই যেন তাক সপোনত কোৱাদি কথাখিনি কৈছিল।

এনেদৰে সি ভাবত তন্ময় হৈ থাকোতে হঠাৎ ঘাটত এক বিৰাট হুলস্থূল লাগিল। মানুহবোৰে পাৰতে হাতভৰি জোকাৰি নৈৰ মাজলৈ আঙুলি টোৱাই চিঞৰিবলৈ ধৰিলে, "হেই—হেই—পৰিল, পৰিল! কোন আছ—ধৰ—। গ'ল— গ'ল।"

মাইকীমানুহ কেইজনীমানৰ চিঞৰটোৱে অনিৰুদ্ধক অস্থিৰ কৰি তুলি, "ডেকা-ল'ৰাবিলাক ক'লৈ গ'ল অ'। আহ ঐ—। আহ।"

অনিৰুদ্ধই অবাক চাৱনিৰে মইনুলৰ মুখলৈ চালে।

"কি হ'ল অ'? ইমানকৈযে চিঞৰিছে, কিয়?" সি সুধিলে।

"কোনোবা পানীত পৰিল কিজানি। মইহঁতে অস্থিৰভাৱে ক'লে।

"আহনা, চাই আহোঁ।"

"ৰ'বিচোন, ৰ'বি। ইমান লৰালৰি কিয় ?"

সিহঁতক ঠাইতে এৰি থৈ অনিৰুদ্ধই মানুহৰ ভিৰ ঠেলি ঠেলি একেবাৰে নৈৰ পাৰত থিয় দিলেগৈ।

মানুহৰ জুমটোৰ মাজত বিশেষ এজন মানুহ অনিৰুদ্ধৰ চকুত পৰিল। তেওঁ হায়ে-বিযৈকৈ কান্দি সকলোকে হাতযোৰ কৰি কাকুতি মিনতি কৰিবলৈ ধৰিছে : মোৰ একেজনী ছোৱালী, তাইক ৰক্ষা কৰা।

মানুহজনক অনিৰুদ্ধই চিনি নাপালে। কিন্তু সি তৎক্ষণাৎ এই কথা ধৰিব পাৰিলে যে সেই মানুহজনৰে কিবা এটা বিপদ হৈছে।

মানুহবোৰৰ বথা-বতৰা, চিঞৰ-বাখৰত কাৰো মাত কোনেও শুনা হৈছে। অৱশ্যে চিঞৰ-বাখৰৰ মাজত পৰা আচল কথা উলিযাই লবলৈ তাৰ সবহপৰ নালাগিল।

মানুহজনে ছোৱালীজনীক লগত লৈ নৈত গা ধুবলৈ আহিছিল। আগে-পিছেও এনেকৈ গা ধোৱে। আজি জানো কি হ'ল হঠাৎ। হাতত ধৰি ছোৱালীজনীক পানীত জোবোৰা এটা মাৰিব দিবলৈ আগৰ দৰে তেওঁ নিজেও অলপ দ'লৈ নামি গৈছিলহে, গ'ল ছোৱালী-জনী হাতৰ মুঠিৰ পৰা পিছলি বাৰ-তেৰ বছৰীয়া ছোৱালী। সাঁতুৰিবও নাজানে তাই। পানীৰ কোবাল সোঁতে নিমিষতে তাইক উটুৱাই লৈ গ'ল।

ব্ৰহ্মপুত্ৰৰ পানীৰ ভীষণ কোব। ঠাইতে ডকা-চাকনৈয়া। ঘাটত বৈ থকা মানুহবোৰৰ মাজত সাঁতুৰিব জনা মানুহ বহুতো আছে। কিন্তু নৈৰ ভয়ঙ্কৰ ৰূপ দেখি কোনেও পানীত জাঁপ দিবলৈ সাহস কৰা নাই। নিৰুপায়-নিষ্ক্ৰিয় হৈ মানুহবোৰে ছোৱালীজনী উটি যোৱাৰ ফালে চাই আছে। জাহাজ, নাবনাও আৰু মটৰ বোট

কেইখনমান ঘাটত্তে বান্ধি থোৱা আছিল। সেইবোৰৰ মাজে মাজে ছোৱালীজনী ভুঁাহি যাবলৈ ধৰিছে। দূৰৰ পৰা কেৱল দেখা গৈছে তাইৰ দীঘল ক'লা চুলিখিনি। গাৰ বাকী অংশ পানীৰ তলত। কেতিয়াবা ঢোৰ কোবত তাইৰ গাটো পানীৰ ওপৰলৈ উঠি আহে। তেতিয়া তাইৰ গাৰ ৰঙা ফ্ৰকটোৰ এফালমান চকুত পৰে। ক্ষন্তেকতে আকৌ সেইখিনিত নেদেখা হৈ পৰে।

মানুহবোৰে কিংকৰ্তব্যবিমূঢ় হৈ ছোৱালীজনীৰ লগে লগে নৈৰ পাৰে পাৰে দৌৰিবলৈ ধৰিলে। সেই দৌৰত কব নোৱাৰাকৈ অনিৰুদ্ধয়ো যোগদান কৰিলে।

দুই—একে ক'ৰবাৰ পৰা ৰছী, দীঘল বাঁহ আদি আনি পাৰৰ পৰাই ছোৱালীজনীৰ ফালে দলিযাই দিলে—কিজানি তাত থাপ মাৰি ধৰি—তাই উঠি আহেই, এই আশা কৰি। কিন্তু সেইবোৰ কোনো কামত নাহিল। ৰছীৰ মূৰটো ছোৱালীৰ কাষ পাওঁপাওঁ হওঁতেই ঢৌৱে কোবাই সকলো ওফোৰাই দিয়ে।

এজাক কাউৰীয়ে কা—কাকৈ চিঞৰি সকলোকে বিপদ-সংকেত দিলে। সিহঁতৰ এটাই ছোৱালীজনাৰ কাষলৈকে উৰি গৈ উভতি আহি তাইৰ দেউতাকৰ মূৰৰ ওপৰত ঘূৰিবলৈ ধৰিলে।

অনিৰুদ্ধই ভাবিলে, এই কথাই কথা নহয়। এনেকৈ চাই থাকিলে নহ'ব। আৰু বেছি সময় নাই, দহ-পোন্ধৰ মিনিট মানৰ পিছতে ঘটনাৰ বেলেগ পাক ল'ব। ছোৱালীজনীক হয়তো আৰু ঘূৰাই পোৱা নাযাব।

সিদ্ধান্ত ল'বলৈ অনিৰুদ্ধৰ বেছি পৰ নালাগে। কাকো একো নোকোৱাকৈ, কাৰো ফালে নোচোৱাকৈ সি মূৰৰ গামোচাখনেৰে কঁকালত টানকৈ এটা গাঁঠি মাৰি ল'লে। তাৰ পিছত নিজে 'হৰি বোল' দি চিঞৰাই গিৰিমূকৈ নৈৰ বুকুলৈ জঁাপ দিলে।

পাৰত থকা মানুহবোৰে হা-কৈ মুখ মেলি পানীত জঁাপ দিয়া সেই অচিনাকি ল'ৰাটোলৈ চাই থাকিল।

দুই একে কাণে কাণে ফুচফুচাই কোৱা-মেলা কৰিলে—"এটাতো গ'লেই। এতিয়া আৰু এটা যাব।"

"ইস্ ইস্, এই দকদকীয়া ডেকা ল'ৰাটো।"

"এৰা, জীযা মৰণৰ লগত এনেকৈ যুদ্ধ দিব নাপায়।"

"পানীৰ মূৰ্তি দেখা নাই, কাল যমেহে যেনিবা জিভা মেলি লক্লকাই আছে।"

মানুহবোৰে আৰু কিবাকিবি অমংগলীয়া কথা ক'লে। সেইবোৰ কথা অনিৰুদ্ধৰ কাণত নপৰিল।

দীঘল দীঘল হাফোলা মাৰি সি সাঁতুৰিবলৈ ধৰিলে। এনেকৈ অলপ সময়ৰ ভিতৰতে সি ছোৱালীজনীৰ গাৰ কাষ পালেগৈ। পানী খুব দ'। তাতে প্ৰবল সোঁত। সি বাওঁহাতখন মেলি দি ছোৱালীজনীৰ চুলিকোচাত থাপ মাৰি ধৰিলে। চুলিত ধৰাৰ লগে লগে তাই উজাৰ মাৰি আহি তাৰ ডিঙিত গৰা মাৰি ধৰিলে ডিঙিৰ পৰা তাইৰ হাতদুখন একৰাবলৈ সি বহুত যুঁজিব লগা হ'ল। এবাৰ তেনে কৰোতে দুয়ো পানীত তল গ'ল।

পাৰৰ মানুহবোৰে হৰি হৰি চিঞৰিলে। কাউৰী কেইটাই জোৰেৰে ৰমলিয়াবলৈ ধৰিলে।

এবাৰ যেনিবা কিবা প্ৰকাৰে সি তাইৰ হাত দুখন ডিঙিৰ পৰা একৰালে। তাই তৎক্ষণাৎ অনিৰুদ্ধক সাবট মাৰি ধৰি গাতে লিপিট খাই পৰিল। অনিৰুদ্ধৰ গাটো বন্ধ হ'ল যদিও হাত-ভৰি মুকলি হৈ থাকিল। সাঁতুৰিবলৈ অলপো অসুবিধা নহ'ল। ছোৱালীজনীক অনায়াসে পিঠিত তুলি লৈ গাৰ জোৰেৰে খৰখেদাকৈ সাঁতুৰি পাৰলৈ আহিবলৈ ধৰিলে। মানুহবোৰে এইবাৰ হাত বাউল দি চিঞৰি দুয়োকো যেন মাতিবলৈ ধৰিলে, "আহ। আহি থাক। নৰ'বি।" লগে লগে আনন্দৰ কিৰিলি। এটা সময়ত কাউৰিৰ ৰমলিয়নিৰ লগতে মানুহৰ কিৰিলি এক হৈ মিলি গ'ল। লগতে ব্ৰহ্মপুত্ৰৰ পানীৰ সিংহ-গৰ্জন আছেই।

চকুৰ নিমিষতে অনিকদ্ধ ছোৱালীজনীৰ সৈতে আহি পাৰ পালেহি। মানুহবোৰে দুয়োকো আগুৰি ধৰিলে। পাৰৰ বালিত ৰ'দৰ উত্তাপ উঠিবলৈ ধৰিছে। অনিৰুদ্ধই তাতে তাইক শুৱাই দিলে।

"শুদা বালিত নথবি নথবি", বুলি তাইৰ দেউতাকে তাতে শুকান গামোচা এখন পাৰি দিলে। লাহেকৈ দাঙি নি অনিৰুদ্ধই তাইক গামোচাখনৰ ওপৰত থলে।

ছোৱালীজনীৰ গোটেই গা শেঁতা পৰি গৈছে। গাত একেবাৰে তং-ভং নাই। বহুত পানী খাইছে। পেটটো ওফন্দি উঠিছে। তাইৰ দেউতাকলৈ আনিৰুদ্ধই এইবাৰহে ভালদৰে চালে। মানুহজন একেবাৰে পগলাৰ দৰে হৈছে। ছোৱালীজনীক পাৰত আনি থোৱাৰ লগে লগে মানুহজনে তাইক সাবট মাৰি ধৰি হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে।

অলপ আঁতৰৰ পৰা গাৰ পানী মচি মচি অনিৰুদ্ধই দৃশ্যটো চাই থাকিল। মানুহবোৰে তাইক হেঁচা মাৰি আগুৰি ধৰা দেখি কোঁপাই কোঁপাই মানুহবোৰৰ উদ্দেশ্যে ক'লে, "আপোনালোক অলপ আঁতৰলৈ যাওক। তাইক এনেকৈ কিয় হেঁচা মাৰি ধৰিছে? গাত বতাহ-চতাহ লাগিবলৈ দিয়ক।"

তাৰ কথা শেষ নহওঁতেই মানুহবোৰ আঁতৰি গ'ল।

এইবাৰ অনিৰুদ্ধ তাইৰ কাষ চাপি আহিল। আকৌনো কি কৰে —এই ভাবি মানুহবোৰে তধা লাগি তাৰ গতিবিধি লক্ষ্য কৰি থাকিল। সিযেই ইমান সাহস দেখুৱাই ছোৱালীজনীক পানীৰ পৰা উদ্ধাৰ কৰি আনিছে। গতিকে, এতিয়া সি যি কৰিব খোজে, তাত বাধা দিবলৈ কাৰো সাহস নাই। কোনো চাৰ্কাচৰ অদ্ভুত খেল এটা চোৱাৰ দৰে মানুহবোৰে বিস্ময়-বিহ্বল দৃষ্টিৰে তাৰ আলেখ লেখ চাই থাকিল।

অনিৰুদ্ধই ছোৱালীজনীক দুই হাতেৰে পথালিকৈ মূৰৰ ওপৰলৈ তুলি ল'লে। লৈ তাইৰ গাটো চক্ৰাকাৰে ঘূৰাবলৈ ধৰিলে। লগে লগে তাইৰ পেটত জমা হোৱা পানীবোৰ নাকে মুখে চিৰ্ চিৰ্কৈ বাহিৰ

ওলাই আহিবলৈ ধৰিলে। পানী ওলোৱা শেষ হোৱা যেন পাই তাইক পুনৰ গামোচাখনৰ ওপৰত ওপৰ মুৱাকৈ শুৱাই দিলে।

ছোৱালীজনীৰ ওঁঠছুটা এবাৰ কঁপি উঠা যেন লাগিল। চকুৰ পতা কেইটাতো যেন সামান্যভাৱে এটা জোকাৰনি উঠিল। অনিৰুদ্ধই বুজি পালে, তাইৰ গালৈ চেতনা ঘূৰি আহিছে। তিতা কাপোৰৰ মাজেৰে জিলিকি উঠা তাইৰ গাটোলৈ এতিয়াহে অনিৰুদ্ধৰ চকু গ'ল। শংখৰ দৰে বগা তাইৰ হাতভৰিবোৰ। হাতৰ আঙুলিবোৰ লিহিৰি লিহিৰি। সেই কেইটা এবাৰ লিৰিকি বিদাৰি চাবলৈ অনিৰুদ্ধৰ মনত এটা অদ্ভুত হেঁপাহ জাগিল।

কিন্তু, এতিয়া আৰু ছোৱালীজনীৰ গাত হাত দিবলৈ সি সাহস কৰিব নোৱাৰে। যিজনী ছোৱালীয়ে তাক ইমান পৰে পানীৰ মাজত সাবটি ধৰি থাকিল, সেইজনী ছোৱালীকে সি এতিয়া সামান্য-ভাৱে চুবও নোৱাৰে। মানুহৰ সম্পৰ্কৰ এই ৰহস্যময় দিশটোৱে অনিৰুদ্ধৰ মনত চিন্তাৰ তোলপাৰ ঢৌ তুলিলে। এই ৰহস্যৰ উৎস ক'ত? ছোৱালীজনীৰ গাত নে তাইৰ চাৰিওফালে জুম পাতি থকা মানুহবোৰৰ মাজত? নে অনিৰুদ্ধৰ মনৰ কোনো গোপন কোণত? অচেতন হৈ থকালৈকে যিজনী ছোৱালী তাৰ গাত লিপিট খাই লাগি আছিল, সেইজনী ছোৱালীকে এতিয়া চেতন হোৱাৰ পিছত সি কিয় চুব নোৱাৰে?

কথাবোৰ ভাবি ভাবি অনিৰুদ্ধই পাৰাপাৰ নাপালে। সন্মুখৰ এই গভীৰ বিশাল নৈখনৰ উপৰিও আৰু এখন নৈ আছে অনিৰুদ্ধৰ মনৰ মাজত। সেইখন নৈৰ পাৰ নাই। আছে মাথোন পানীৰ নিছিগা ধাৰ আৰু সকৰৰ ঢৌৰ লুকাভাকু খেল। আজিৰ ঘটনা-টোৱে যেন অনিৰুদ্ধক সেইখন নৈ চিনাই দিলে। জীৱনত প্ৰথমবাৰৰ বাবে যেন অনিৰুদ্ধই সেই নৈৰ পানীৰ শব্দ শুনিবলৈ পালে। বৰ মায়াবী সেই নৈ, বৰ ৰহস্যময় তাৰ পানীৰ শব্দ।

মানুহখিনিলৈ উদ্দেশ্য কৰি অনিৰুদ্ধই আকৌ এবাৰ ক'লে,

"আপোনালোকে আৰু পলম নকৰিব। সোনকালে ছোৱালীজনীক ডাক্তৰৰ ওচৰলৈ লৈ যাওক। ওপৰৰ ফালে অলপ গৰম আছে। সেইখিনিয়েই আশা।"

তাৰ কথাখিনি শেষ হোৱাৰ লগে লগে মানুহবোৰ ছোৱালীজনীৰ কাষ চাপি আহিল।

বয়সীয়া মানুহ এজনে তাইক দাং কোলাকৈ ল'লে। তাইৰ দেউতাকে তাইৰ মূৰৰ ফালে ধৰিলে। তেনেকৈ দুয়ো তাইক ডাক্তৰৰ ওচৰলৈ লৈ গ'ল। ডাক্তৰ বুলিলে এই অঞ্চলত আটায়ে বুজে ঘনশ্যাম ডাক্তৰক। তেওঁলোক ঘনশ্যাম ডাক্তৰৰ চেম্বাৰ অভিমুখে খোজ পেলালে। অনিৰুদ্ধও তেওঁলোকৰ পিছে পিছে আহিল। আহি আহি সমদলটো এটা সময়ত অসম নাট্য সমাজৰ সন্মুখ পালে। সেইখিনিতে ছোৱালীজনীৰ মুখলৈ এবাৰ ভুমুকিযাই চাই সি নাৰয়ে নাট্য সমাজৰ কাষৰ সুককীয়া বাটটোৰে সোমাই গ'ল।

ছোৱালীজনীৰ বগা মুখখন অনিৰুদ্ধৰ মনৰ পৰ্দাত বহুত সময়লৈ ওপঙি থাকিল। তাৰ এনেকুৱা লাগিল যেন সি সাগৰৰ পাৰত অকলশৰে বৈ থকা এজন মানুহ, সাগৰৰ ঢৌৱে যেন ক্ষন্তেকৰ বাবে ওচৰলৈ লৈ তাৰ অহিছিল এটা শংখ। পুনৰ সাগৰৰ ঢৌৱে শংখটো— লৈ গুচি গ'ল—।

বেলি মূৰৰ ওপৰ পাইছেহি। খুড়ীয়েকে ভাত বাঢ়ি অনিৰুদ্ধলৈ বাট চাই আছে। সি সদায় নৈত গা ধুবলৈ যায়—যদিও সোনকালেই ঘূৰি আহে; অন্ততঃ ইমান দেৰিলৈ তাত নাথাকে। আজি অনিৰুদ্ধই বহুত দেৰি কৰিছে। সেইবাবে মানুহজনীৰ চিন্তা হৈছে। বাক্তিপুৰা অনিৰুদ্ধ ঘৰৰ বাজ ওলাওঁতেই এটা কাউৰিয়ে ঘৰৰ চালত পৰি মাতে

বাবে ঠোঁট ধঁহা তেওঁ দেখা পাইছিল। কিবা বিপদ বা অমংগলৰ আগজাননী। কথাটো মনত পৰাত মামুহজনীৰ বুকুখন আকৌ এবাৰ চেৰেংকৈ গ'ল।

তালৈ বাট চাই চাই আমনি লগাত তেওঁ ভাত খাবলৈ ৰহিব খুজিছিলহে মাথোন, এনেতে বাহিৰত অনিৰুদ্ধৰ মাত শুনা গ'ল, "খুড়ীদেউ!"

"অ' মইনা। আহিলি? ইমান দেৰি ক'ত কৰিলি?" তাৰ উত্তৰলৈ বাট নাচাই তেওঁ পুনৰ সুধিলে, "ক'ৰবাত কিবা কাজিয়া পেচাল কৰিলি নেকি তই? গা ধোৱা ল'ৰাটোৰ গাৰ বৰণ দেখোন কেনেকুৱা হৈছে? তই নিশ্চয় কাৰোবাৰ সৈতে কাজিয়া কৰি আহিছ। কচোন কি হ'ল।"

অনিৰুদ্ধই মিচিকিয়াই হাঁহি উত্তৰ দিলে, "নাই নাই। কাৰো লগত কাজিয়া কৰা নাই। সেইবোৰ কৰিবলৈ মই যাম কিয়?"

"তেনেহ'লে গোটেই গাটো এনেকৈ বোকাত লেটিলোৱা মহৰ দৰে হৈছে?

"খুড়ীদেউ", তাৰ মুখখন গহীন হৈ পৰিল।

"ক, কি কব খুজিছ?"

"আজি বৰ ডাঙৰ ঘটনা এটা ঘটিল।"

"ডাঙৰ ঘটনা?"

"অঁ।" সি ভয়ে ভয়ে খুড়ীয়েকৰ মুখলৈ চালে। তাৰ পিছত আকৌ আৰম্ভ কৰিলে, "নৈত ছোৱালী এজনী পৰিছিল।"

"তাৰ পিছত? কাৰ ছোৱালী? কেনেকৈ পৰিল? তাৰ পিছত?" মামুহজনী উত্ৰাৱল হৈ পৰিল।

অনিৰুদ্ধই গোটেই ঘটনাটো বিবৰি ক'লে। মামুহজনীয়ে ৰ লাগি শুনি গ'ল। লগে লগে লক্ষ্য কৰি গ'ল অনিৰুদ্ধৰ মুখৰ প্ৰতিটো ভংগি, প্ৰতিটো ভাবৰ উঠা-নমা। ঘটনাটোৰ অঁতিগুৰি জনাৰ পিছতো কিন্তু মামুহজনীৰ মনটো মুকলি নহ'ল। তেওঁ

আকৌ সুধিলে, "ছোৱালীজনীৰ বাপেকক তই চিনি নাপালি নেকি? ক'ৰ মানুহ? কি নাম? আৰু বহুত প্ৰশ্নই তেওঁক জুমুৰি দি ধৰিলেহি।

অনিৰুদ্ধই মানুহৰ কথা-বতৰাৰ পৰা সংগ্ৰহ কৰা তথ্যখিনিকে সজাই কোৱাৰ দৰে ক'লে, "চিনি—মানে দেখা পালোঁ মানুহজনক। কিন্তু নাম-ধাম একো নাজানিলোঁ। জানিবৰনো সময় ক'ত? জানিয়েবা লাভ কি?"

অনিৰুদ্ধৰ মুখৰ কথাষাৰকে কাঢ়ি নি মানুহজনীয়ে পুনৰাবৃত্তি কৰিলে, "অ' কি লাভ?"

ঘনশ্যাম ডাক্তৰৰ চেম্বাৰত ছোৱালীজনীয়ে প্ৰায় আধাঘণ্টা মানৰ মূৰত এবাৰ হাত-ভৰি লৰচৰ কৰিলে। ডাক্তৰৰ চিকিৎসাই কাম দিছে। এটা সময়ত তাইৰ চকু দুটি কঁপি কঁপি মেল খাই গ'ল। লগে লগে তাইৰ কাষত ইমান পৰে থৰ লাগি বহি থকা মানুহজাকৰ মাজত হুলস্থুল লাগি গ'ল। ইতিমধ্যে ছোৱালীজনীৰ মাকো সেইখিনি পাইছিলহি। মাকে' ৰাউচি জুৰি কান্দি তাইৰ গাতে পৰিলহি। মাকৰ লগত হৰিসভাৰ পৰা অহা পাঁচ-ছগৰাকী মহিলাও আছিল। এগৰাকীয়ে ছোৱালীজনীৰ মূৰত হাত বুলাই ক'বলৈ ধৰিলে, "তোৰে ভাগ্য ভাল আই। ইমানবোৰ মানুহৰ মাজত ভগৱানে যে বোপাইক দেখুৱাই দিলে। সকলোৱে তথা লাগি চাইহে থাকিল। কোনেও সাহ নকৰে। বোপায়ে জীয়া যমৰ সৈতে যুদ্ধ দিলে। ইমানখন ভৰা নৈ, পানীৰ কেনে কোব—তাৰ মাজত জঁাপ দিয়া ল'ৰাটো কেনে হ'ব লাগিব!"

মানুহবোৰে কোঠালিটোৰ ইফালে-সিফালে চকু ফুৰাবলৈ ধৰিলে। সকলোৰে চকুৱে কেৱল এজনকেই বিচাৰিছে—ছোৱালী-

জনীক পানীৰ পৰা উদ্ধাৰ কৰা ল'ৰাজনক। তেওঁলোকৰ কোনেও নাজানে—ল'ৰাজন কোন, কি নাম, ক'ত থাকে, কাৰ ঘৰত থাকে। মানুহবোৰৰ শূন্য দৃষ্টিৰ পিছে পিছে ছোৱালীজনীৰ দৃষ্টিত উবি ফুৰিবলৈ ধৰিলে। দুৱাৰ-খিৰিকী বন্ধ এটা অন্ধকাৰ কোঠালিৰ ভিতৰত যেন এটা অসহায় পখিলা উৰি ফুৰিছে। পখিলাটোৱে বাৰে বাৰে দুৱাৰত খুন্দা মাৰিছে, কিন্তু বাহিৰলৈ ওলাই যাব পৰা নাই। ছোৱালীজনীয়ে এইবাৰ থৰ লাগি বহুপৰ মাকৰ মুখলৈ চালে। তাৰ পিছত দুবাৰমান উঁহ-আঁহ কৰাৰ পিছত মাকক মাতিলে, "মা—মা—"

মাকে থোকাথুকি মাতেৰে সুধিলে, "কি হ'ল মা-জনী, মই ইয়াতে আছো নহয়। তোৰ কাষতে আছোঁ।"

"মা—মই ক'ত আছোঁ।"

"তই—তই দেখোন মোৰ কাষতে আছ।"

"আমাৰ ঘৰতনে? উঁহো। আমাৰ ঘৰত—ক'ত—আমাৰ ঘৰৰ কৃষ্ণ গোসাঁইৰ ফটোখন ক'ত গ'ল? তেওঁৰ মূৰত যে ময়ুৰৰ পাখি, হাতত সোণৰ বাঁহী—কৃষ্ণ গোসাঁই—উঁহো—এইটো আমাৰ ঘৰ নহয়। মোক ঘৰলৈ লৈ বলা মা।"

"নিম মাজনী। আমি তোক নিবলৈকে আহিছোঁ।"

"বাবা ক'ত আছে?"

"সেইজন। তাতে আছে। ডাক্তৰৰ লগত কথা পাতি আছে। কিয় মাজনী, কিবা কবি নেকি?"

"বাবাক কথা এটা সুধিম। এবাৰ মাতি দিয়াচোন।"

মাকে তাইৰ দেউতাকক কাষলৈ মাতি আনিলে। কিন্তু দেউতাক কাষত থিয় হোৱাৰ লগে লগে তাইৰ কণ্ঠ ৰুদ্ধ হৈ গ'ল। চকু দুটা মুদ খালে আৰু দুচকুৰ কোণেদি সৰ্‌সৰ্‌কৈ দুধাৰ চকুপানী বৈ আহিল। তাই দেউতাকক কিবা এটা সুধিব খুজিছিল। তাইৰ কি হৈছিল, কেনেকৈ তাই ডাক্তৰৰ ওচৰ পালে—এইবোৰ কথা। কিন্তু

সোধাৰ আগতে কিবা এক আচহুৱা অনুভূতিয়ে তাইৰ মনটো হেঁচা মাৰি ধৰিলে। নিষ্পলক চাৱনিৰে তাই মাথোন দেউতাকৰ চকুলৈ চাই থাকিল। তাই একো নোকোৱা দেখি দেউতাকে ক'লে, "আৰু অলপ সময় থাক মাজনী। তাৰ পিছত তোক আমি লৈ যাম।"

মানুহবোৰে আকৌ এবাৰ আলোচনা কৰিলে ল'ৰাজনৰ কথা। তেওঁলোকৰ আলোচনাৰ মাজে মাজে ছোৱালীজনীৰ উকা চাৱনিটোত ঘূৰি ফুৰিবলৈ ধৰিলে—বিশাল সাগৰৰ বুকুত ঘূৰি ফুৰা এটা অকল-শৰীয়া পোনামাছৰ দৰে।

ভাত খাই উঠি অনিৰুদ্ধ তাৰ কোঠাত সোমাল। টেবুলৰ ওচৰত বহি সি কিতাপৰ পাত লুটিযাবলৈ ধৰিলে। সাধাৰণতে এইখিনি সময়ত সি কিতাপ নপঢ়ে। কিন্তু আজিৰ কথা বেলেগ। কাইলৈ টমছন চাহাবৰ ক্লাছ আছে। আগতীয়াকৈ অলপ চাই নগলে দিগদাৰ হয়। গুৱাহাটী ছেমিনাৰিৰ আটাইতকৈ কঢ়া শিক্ষক টমছন। ওখ, হটঙা মানুহজন। প্ৰকাণ্ড ৰঙা মুখ। তামবৰণীয়া শকত একোচা গোঁফ। মূৰত হেট, হাতত ষ্টিক। খোজ কাঢ়োতে ইফালে সিফালে পিৰিক পাৰাককৈ চাই যায়—যেন হাবিৰ মাজত বনৰজাইহে খোজ কাটি ফুৰিছে। কথাও কয় গোজৰনি মাৰি। কিতাপৰ পাত লুটিয়াই থাকোতে টমছন চাহাবৰ চেহেৰাটোৱে তাৰ মন ছানি ধৰিলে। তাহানি জাহাজত লগ পোৱা কেপ্টেইন হোৱাইট মেনৰ চেহেৰাৰ সৈতে টমছন চাহাবৰ চেহেৰাৰ অদ্ভূত মিল আছে।

এনেদৰে আচ্ছন্ন হৈ থাকোতে হঠাৎ খুড়াকৰ মাত অনিৰুদ্ধৰ কাণত পৰিল। বোধহয় এতিয়াহে তেওঁ ভাত খাবলৈ ঘৰ চাপিছে। নঙলাৰ পৰাই তেওঁ চিঞৰিলে, "মইনা, মইনা আছনে ?"

খৰূমৰূকৈ কিতাপখন থৈ সি দৌৰ মাৰি বাহিৰলৈ ওলাই আহিল।

ওলাই আহি দেখিলে—খুড়াকব মুখখন যেন অস্বাভাৱিক ধৰণে গহীন। এটা খঙৰ ভাবো যেন তাত লুকাই আছে।

সি ভয়ে ভয়ে সুধিলে, "কি হ'ল খুৰাদেউ, মোক মতা যেন শুনিছিলো।"

কৃষ্ণকান্তই গহীনাই ক'লে, "ওঁ, তোকে মাতিছিলোঁ।"

"কিয় ?"

ইতিমধ্যে কৃষ্ণকান্ত আহি পিৰালি পালেহি।

"আজি ঘাটত গা ধুবলৈ গৈছিলি ?"

"গৈছিলোঁ।

"সদায় যাৱ নেকি ?"

"ওঁ, যাওঁ।"

"আজিৰ পৰা নাযাবি। আজিৰ পৰা তোৰ ঘাটত গাধোৱা বন্ধ।"

অনিৰুদ্ধই খুড়াকব কথাৰ আদি-অন্ত একো বুজি নাপালে।

"আৰু যদি যাৱ, মোৰ কথা যদি নুশুন, যাবি। কিন্তু ইয়ালৈ আৰ ঘূৰি নাহিবি।"

কৃষ্ণকান্ত হঠাৎ ইমান কঠোৰ হোৱাৰ কাৰণ অনিৰুদ্ধই ভাবি নাপালে। তেওঁৰ হঠাতে কিয় আজি তাৰ ওপৰত ইমান খং উঠিল ? সিতো সদায় যায় ঘাটত গা ধুবলৈ। সেই কথা কৃষ্ণকান্তয়ো ভালদৰে জানে। কোনো দিনে তেওঁ হকা-বধা কথা নাছিল। কিন্তু আজি হঠাতে কৃষ্ণকান্তৰ কি হ'ল ? অনিৰুদ্ধই ভাবি একো উৱাদিহ নাপালে।

এনেতে খুড়ীকে অনিৰুদ্ধৰ কাষত থিয় হ'ল। কৃষ্ণকান্তই তাক কিবা টান কথা কোৱা যেন পালে তেওঁ সদায় তেনেদৰে তাৰ কাষত থিয় হয়হি। ঘটনাৰ গম-গতি লবলৈ বুলি তেওঁ এবাৰ অনিৰুদ্ধৰ মুখলৈ, এবাৰ কৃষ্ণকান্তৰ মুখলৈ চালে। কেইটামান নীৰৱ মুহূৰ্ত পাৰ হৈ গ'ল।

তাৰ পিছত কৃষ্ণকান্তই ধেনীয়েকৰ ফালে চাই ক'লে, "আজি ই কি কাণ্ড কৰি আহিছে শুনিছানে নাই ?"

"শুনিছোঁ।" বেণুৱে লাহেকৈ ক'লে।

"কি শুনিছা ?"

বেণু নিমাত।

"ভাগ্য ভাল আছিল বুলিহে।" কৃষ্ণকান্তই কাৰো মুখলৈ নোচোৱাকৈ ক'লে, "সেইখন ভৰা ব্ৰহ্মপুত্ৰ নদী। পানীয়ে খাওঁ খাওঁ মূৰ্তি ধৰি আছে। কোনেও সাহ নকৰে তাত জাপ দিবলৈ।"

"সেই কাৰণেইতো সি জঁপিযাৰ লগা হ'ল।" বেণুৱে সক মাতেৰে ক'লে।

কৃষ্ণকাঁন্ত জঁকি উঠিল, "সেইকাৰণেইতো। সেইকাৰণেই সি ইমানখিনিলৈ যাবলৈ সাহ কৰিছে। গুৰিতে তুমি। সি অদ্ভুত অদ্ভুত কাণ্ডবোৰ কৰি যাব, আৰু তুমি তাক সমৰ্থন কৰি যাবা। চাবা কিন্তু—" কৃষ্ণকান্ত অলপ সময় ব'ল, ইফালে সিফালে চাই পুনৰ ক'লে, "নিজৰ বাপেক আছে, ঘাটত কিমান মানুহ আছে, কোনেও সাহ নকৰিলে, কিন্তু ই গৈ সাঁতুৰি মাজনদীৰ পৰা ছোৱালীজনী তুলি আনিলে।"

"তাতে কি হ'ল ? ভালেই কৰিলে।"

"ভালেই কৰিলে। অঁ, ভালেই কৰিছে। কিবা হওক নহওক, যদি হঠাৎ কিবা এটা বেয়া ঘটনা ঘটিলহেঁতেন, তেতিয়া ?"

"সেয়া আপুনি মনেৰে ভবা কথাহে। একো যেতিয়া নহ'ল, এতিয়া তাকে লৈ ইমান হুলস্থূল কৰাৰ কি প্ৰয়োজন ?"

"মই হুলস্থুল কৰিবলৈ ভাল নাপাওঁ। সি মোৰ দায়িত্বত আছে। কিবা এটা হ'লে ককাই দেউইঁতৰ আগত মই কি উত্তৰ দিম ?"

"হৈছে হৈছে।" বেণুৱে স্বাভাৱিক তৎপৰতাৰে কথাটো শেষ কৰিবলৈ চেষ্টা কৰিলে, "এতিয়া মনে মনে থাকক। ভাত ঠাণ্ডা হৈ গৈছে। আহক।" কৃষ্ণকান্তই কুঁৱাৰ পাৰলৈ খোজ ললে।

বেণুৱে অনিৰুদ্ধৰ মুখলৈ চাই ক'লে, ......"তোৰ কাৰণে মই গালি-বকনি খাওঁ। অলপ সাৱধানে চলিব নোৱাৰনে? যিহ'ল হ'ল। পঢ়গৈ। যা।"

কৃষ্ণকান্ত ভাতৰ পাত্তত বহিল। বেণুৱে তেওঁৰ কাষতে বহি বিচনীখন ঘূৰাই ঘূৰাই গোটেই ঘটনাটো ভাবিবলৈ ধৰিলে। কৃসকান্তৰ খংটো জামৰি পানী হৈ যোৱা যেন অনুমান কৰি বেণুৰে ক'লে, "আপুনি তাক ইমান টানকৈ নকবচোন।"

তলমূৰকৈ ভাত খাই খাই কৃষ্ণকান্তই ক'লে, "টানকৈনো কি কথা ক'লো? অৱশ্যে, তাক মই প্ৰশংসা কৰা নাই। প্ৰশংসা তুমিও নকৰিবা।"

"কিয়?"

"মানুহক মুখৰ আগত প্ৰশংসা নকৰিবা। তাকো কেতিয়াও নকৰিবা।"

"মই তাক প্ৰশংসা কৰা নাই নহয়। কেৱল কথাটো শুনিহে থৈছোঁ।"

"ওঁ। আমাৰ পৰা উৎসাহ পালে সি আৰু ক'ত কি কৰে ঠিকনা নাই। হাজাৰ হওক, সি আমাৰ ভতিজা। তাক আমি মানুহ কৰিব লাগিব।"

বিছনীৰ পুঙাটোৰ পৰা পিঁপিঁ কৈ এটা শব্দ ওলাইছে। শব্দটোৱে পৰিবেশটো আৰু গহীন কৰি তুলিলে। সেইটো নাইকিয়া কৰিবলৈ চেষ্টা কৰি ব্যৰ্থ হৈ বেণুৱে বিছনখনকে থেকেচা মাৰি মাটিত থৈ দিলে।

কৃষ্ণকান্তই মাতটো যথাসম্ভৱ সৰু কৰি ক'লে, "সি কিন্তু বৰ সাহসৰ কাম এটা কৰি পেলালে দেই। গোটেই গুৱাহাটীতে কথাটো বজন জনাই গৈছে। আৰু, তুমিতো আচল কথাটো গমেই পোৱা নাই। সি যিজনী ছোৱালীক পানীৰ পৰা তুলি আনিলে, সেইজনী কাৰ ছোৱালী জানানে?"

"নাজানো, কেনেকৈ জানিম?"

"বিহাহাৰীৰ গোপাল দাসৰ।"

"গোপাল দাস—মানে—" বেণুৱে যেন মানুহজনক মনত পেলাবলৈ চেষ্টা কৰিছে।

"সেইযে তোমাৰ জগন্নাথ বৰুৱা—কাৰ্জন চাহাব আহোতে যে অভ্যৰ্থনা জনাইছিল—তেওঁৰ দলৰ মানুহ। বুজিলানে?

বেণুৱে একো বুজা নাই।

"আমাৰ শত্ৰু, বুইছা।"

"কিন্তু ছোৱালীজনীৰ গাতনো কি দোষ?"

"দোষ একো নাই ঠিকেই। কিন্তু, তাই মোৰ শত্ৰুৰ ছোৱালী।"

সেইবুলি সেই সৰু ছোৱালীজনীও আপোনাৰ শত্ৰু হ'লনে।"

"সাপৰ সৰু-বৰ নাই, বুইছা।"

অলপ সময় দুয়ো মৌন হৈ থাকিল। অনিৰুদ্ধই তেওঁলোকৰ কথা-বতৰা শুনা নাই বুলি নিশ্চিত হৈ কৃষ্ণকান্তই আকৌ ক'লে, "ছোৱালীজনী কিন্তু বৰ মৰম লগা।"

"আপুনি দেখিছিল?"

"উঁ—।"

কৃষ্ণকান্তই ঘৈনীয়েকৰ চকুলৈ চালে। এক বুজাব নোৱাৰা আবেগত তেওঁলোক দুয়োৰো চকু সেমেকি উঠিল। ঘৈনীয়েকৰ সজল চকুযুৰিলৈ চাই চাই অৱশেষত কৃষ্ণকান্তৰ মন এক গভীৰ অপৰাধবোধেৰে ভৰি উঠিল। মাজত আশাৰ বিশাল সাগৰ, দুয়ো পাৰে দুখন অতৃপ্ত হৃদয়। মন্থৰ গতিৰে বৈ অহা চকুপানীখিনি মচি মানুহজনীয়ে সুধিলে, "ছোৱালীজনী সম্পূৰ্ণৰূপে ভাল হৈ উঠিলনে?"

"ভাল হৈছেই বুলিব পাৰি। কথাও পাতিছে।"

মানুহজনীয়ে দীঘল হুমুনিয়াহ এটা এৰি দিলে। তেওঁৰ ভাব হ'ল—তেওঁ যেন অকাৰণে ছোৱালীজনীৰ কাৰণে ইমান চিন্তিত হৈ পৰিছে। ইমান চিন্তা কৰাৰ অধিকাৰ যেন তেওঁৰ নাই। কোনেও

কাকো চিনি নাপায়, অথচ ক'ৰবাত যেন কিবা এটা সম্পৰ্ক আছে; কিবা এটা অদৃশ্য বান্ধোন আছে।

মানুহজনী নীৰৱ হৈ যোৱা দেখি কৃষ্ণকান্তই আকৌ ক'লে, "ছোৱালীজনীয়ে বোলে মাক বাপেকক বাৰে বাৰে একেটা কথাকে সুধি আছে।"

"কি কথা?"

"তাইক কোনে পানীৰ পৰা তুলি আনিলে, সেইটো।"

"কথাটো তাইক কোনেও কোৱা নাইনে?"

"কেনেকৈ ক'ব, কোনেও যে তাক চিনিয়েই নাপায়।"

দুয়োৰে মুখত হাঁহি বিৰিঙি উঠিল —বিষণ্ণ, নিষ্প্ৰাণ হাঁহি।

অনিৰুদ্ধই খৰ্‌খৰ্‌কৈ কিতাপৰ পাত লুটিয়ালে। খৰ্‌খৰ্‌নি শব্দটো পাকঘৰলৈ আহিব খুজি দুৱাৰদিলৰ পৰা উভতি গ'ল। খুড়াক আৰু খুড়ীয়েকৰ কথা-বতৰাবোৰ তাৰ কাণত পৰাহি নাই, কিন্তু তেওঁ লোকে যে তাক কেন্দ্ৰ কৰিয়েই কিবা আলোচনা কৰিছে সেইটো সি সহজে অনুমান কৰি ল'লে।

চোতালৰ এচুকত থকা নিমজোপাৰ পাতৰ মাজেৰে সৰ্‌সৰ্‌কৈ এছাটি পাতল বতাহ পাৰ হৈ গ'ল। অনিৰুদ্ধৰ মনৰ মাজতো যেন সেই বতাহৰ হেন্দোলনি লাগিল। মনৰ গোপন বীণাৰ তাঁৰত উঠিল মৃদু গুঞ্জৰণ।

## চাৰি

ৰাতিপুৱা সকলোতকৈ সোনকালে উঠি পাণবজাৰৰ বিদ্যাভূষণ বৰুৱাৰ ব্যায়ামাগাৰলৈ যোবাটো অনিৰুদ্ধৰ নিয়ম আৰু অভ্যাস। ওচৰ পাজৰৰ আৰু দহজন মান ল'ৰা তালৈ আহে। মাছখোৱাৰ পৰা মইনুলহঁতো আহে। আটায়ে ব্যায়াম শিকে, শৰীৰ চৰ্চা কৰে। বৰুৱাই নিজে শিকায়। কুস্তি, যোগাসনৰ লগতে ডাম্‌বেল, মুদ্‌গৰ আদি চলাবলৈও শিক্ষা দিয়ে।

আনদিনাৰ দৰে আজিও নিচেই পুৱাতে অনিৰুদ্ধই পাণবজাৰৰ ফালে খোজ দিলে। তাৰ খোজকেইটা বৰ খৰ। দৌৰা যেনেই লাগে। আহি সি আৰ্ল কলেজৰ ওচৰ পালে। কলেজৰ সন্মুখত থকা জামুগছজোপাৰ তলখন ক'লা ক'লা জামুৰে ভৰি আছে। খোজ কাঢ়ি যাবৰ উপায় নাই। গছৰ ফেৰেঙনিত এজাক বাদুলি। ক'ৰবাত এটা কুকুৰে ভুক ভুক কৰাৰ লগে লগে বাদুলি জাক উৰি গ'ল। সিও খোজৰ গতি কমাই দিলে।

এইটো দীঘলী পুখুৰী। উত্তৰ ফালে য়ুৰোপিয়ান ক্লাব—চাহাব-সকলৰ অৱসৰ বিনোদনৰ শিবিৰ। ক্লাবৰ সন্মুখৰ বহল ঘাঁহনি ডৰালৈ ইতিমধ্যে চাৰিযোৰমান চাহাব-মেম ফুৰিবলৈ আহিছেই। সেইখিনিত অনিৰুদ্ধৰ খোজৰ গতি বাঢ়ি গ'ল। দীঘলী পুখুৰীৰ শীতল পানীৰ বুকুৰ পৰা উঠি অহা এছাটি বতাহ তাৰ পিছে পিছে বহুত দূৰলৈ দৌৰি আহিল। এটা সময়ত কমিছনাৰৰ বঙলাঘৰৰ ওচৰৰ পৰা বতাহছাটি ঘূৰি গ'ল।

সি গৈ পাওঁতে আনদিনাতকৈ অলপ পলমেই হ'ল। তথাপি, বিদ্যাভূষণ বৰুৱাই আকৰ্ণ হাঁহি মাৰি অনিৰুদ্ধক ভিতৰলৈ লৈ গ'ল।

ভিতৰ সোমাই সি অবাক হৈ গ'ল। তাৰ লগৰ আটাইকেজন আহি ইতিমধ্যে হাজিৰ হৈছে। আটায়ে শাৰীপতি থিয় দি আছে। কাৰো মুখত মাত-বোল, হাঁহি-ধেমালি নাই। অনিৰুদ্ধ সোমাই যোৱাৰ লগে লগে মাথোন সিহঁতৰ মুখবোৰ সপ্ৰতিভ হৈ উঠিল। আজিৰ শিক্ষক বিদ্যাভূষণ বৰুৱা নহয়; কাৰণ তেওঁ একাষে অন্য এখন চকীত বহি আছে। আগতে তেওঁ যিখন চকীত বহে, তাত আন এজন মানুহ বহি আছে। ধকধকীয়া বগা চুৰিদাৰ কুৰ্তা পায়জামা পিন্ধা এজন মানুহ। মানুহ মানুহজনক তন্ন তন্নকৈ চায়ো অনিৰুদ্ধই চিনিব নোৱাৰিলে। দেখিলেই মানুহজন গুৱাহাটীৰ নহয় যেন লাগে। এনেকুৱা মানুহ গুৱাহাটীত আগতে দেখা তাৰ মনত নপৰিল।

অনিৰুদ্ধৰ চকু-মুখত ফুটি উঠা আশ্চৰ্য্যৰ ভাবটো বিদ্যাভূষণ বৰুৱাই তৎক্ষণাৎ ধৰিব পৰিলে। বাকী বিলাকৰ চকু মুখতো বিস্ময়। তেওঁ আটাইকে উদ্দেশ্য কৰি ক'লে, "তোমালোকে এখেতক বোধহয় চিনিব পৰা নাই, নহয়?"

ল'ৰাহঁতে একো নকলে; অৰ্থাৎ, বৰুৱাৰ অনুমানেই সঁচা।

"এখেতৰ নাম—" বৰুৱাৰ কথাৰ মাজতে মানুহজনে চকুৰে তেওঁক কিবা এটা ইংগিত দিলে। মানুহজন পলাতক। গতিকে আচল নামটো তেওঁ কাকো নকয়। বৰুৱাই উপস্থিত বুদ্ধিৰে তৎক্ষণাৎ নাম এটা সাজি উলিয়ালে, "এখেত খানচাহাব। কালি ৰাতি গুৱাহাটী পাইছেহি। ঢাকাৰ পৰা আহিছে।"

আটায়ে মানুহজনক নমস্কাৰ জনালে। মানুহজনে সমুখৰ ফালে সামান্যভাৱে মূৰ দোঁৱালে। বৰুৱাই আকৌ ক'লে, "খানচাহাবে তোমালোকক নতুন খেল কিছুমান শিকাব। তেখেত যোৱাৰ পিছত তোমালোকে নিজে নিজে সেইবোৰ অভ্যাস কৰিব লাগিব।"

বৰুৱাৰ কথাবোৰৰ মাজত কিবা এটা ৰহস্যৰ অভ্যাস থকা যেন

অনিৰুদ্ধৰ ভাব হ'ল। খানচাহাবৰ মুখখনলৈ মনত পৰিল। দুয়োজনৰ মাজত যেন সি কিবা এটা সাদৃশ্য বিচাৰি পালে।

খানচাহাবে প্ৰথমে এটা চমু বক্তৃতা দিলে হিন্দীতে। বৰ উত্তেজনাপূৰ্ণ, তেজস্বী বক্তৃতা। বক্তৃতাৰ সকলোবোৰ কথাৰ অৰ্থ অনিৰুদ্ধই বুজি নাপালে, কিন্তু এটা কথা সি বুজি পালে যে খান-চাহাবে ইংৰাজসকলক অতিপাত ঘিণ কৰে। ইংৰাজৰ সৈতে যুঁজ কৰিবৰ বাবে তেওঁ মানুহক শিক্ষা দি ফুৰিছে। বিদ্যাভূষণ বৰুৱাৰ ব্যায়ামাগাৰলৈ তেওঁ অহাৰ কাৰণো সেয়া। খানচাহাবে ঢাকাত 'সংঘৰ্ষবাহিনী' নামেৰে এটা সংগঠনো খুলিছে। এই সংগঠনৰ শাখা উত্তৰ-পূৰ ভাৰতৰ বহু ঠাইত হৈছে। কালিকতাতো হৈছে। গুৱাহাটীতো এটা শাখা খুলিবৰ উদ্দেশ্য লৈ তেওঁ ইয়ালৈ আহিছে। গুৱাহাটীৰ শাখাটো হ'লে ইয়াৰ সংগঠক স্বাভাৱিকতে হ'ব লাগিব বিদ্যাভূষণ বৰুৱা, অনিৰুদ্ধহঁত হব লাগিব তাৰ সক্ৰিয় কৰ্মী।

খানচাহাবে এঘণ্টামান সময় লৰাহঁতক হাতে হাতে ধৰি কিছুমান খেল শিকালে। লাঠি চালনা কৰা খেলটো অনিৰুদ্ধই বৰ ভাল পালে। অলপ সময়ৰ ভিতৰতে সি খেলটো আয়ত্ত কৰি থ'লে। এবাৰ লাঠি ঘূৰাওঁতে তাৰ মগুহাল বাহুত থাপ মাৰি ধৰি খানচাহাবে তাৰ ফালে সপ্ৰংশস দৃষ্টিৰে চালে। খানচাহাব আৰু বৰুৱাই ফুচ্ফুচাই এবাৰ কিবা আলোচনা কৰাও তাৰ চকুত পৰিল। বোধহয় তাৰ কথাকে আলোচনা কৰিছে।

ব্যায়ামাগাৰৰ পৰা ওলাওঁতে আঠ বাজি গ'ল। আইন দিনাতকৈ আজি অনিৰুদ্ধৰ মনটো গধুৰ গধুৰ লাগিল। তাৰ অনুভৱ হ'ল, আজিৰ পৰা তাৰ অজ্ঞাতসাৰেই তাৰ জীৱনৰ এক নতুন অধ্যায় মুকলি হ'ল। এই অধ্যায়ৰ কেতিয়া, ক'ত সামৰণি পৰিব তাৰ কোনো

ঠিক নাই। তাৰ বাবে অনাগত ভৱিষ্যতে কি লৈ বাট চাই থাকিব সেয়া অনিৰুদ্ধৰ অজ্ঞাত।

মাক পিতাক আৰু বেলিবামৰ মুখখন তাৰ মনলৈ আহিল। তাৰ পিছত আহিল খুড়াক আৰু খুড়ীয়েকৰ মুখ। খুড়াকে আজিৰ কথাবোৰ গম পালে কি কব? খুড়ীয়েকে? তেওঁলোকক কথাবোৰ নোকোৱাকৈওতো সি থাকিব নোৱাৰে। লুকুৱাই ৰাখিব পৰা কথা এইটো নহয়। কিন্তু কাক ক'ব? খুড়ীয়েকৰ আগত সি অনায়াসে সকলো কথা বিবৰি কব পাৰে, কিন্তু তাৰ কথাখিনি শুনিলে মানুহজনীয়ে মনত দুখ পাব। নাই, নাই, শেষত সি খুড়ীয়েকক একো নকবলৈকে সিদ্ধান্ত কৰিলে। তেতিয়া হ'লে সি খুড়াককেই সকলো কথা কব লাগিব।

পুৱাৰ বেলি লাহে লাহে চোকা হৈ আহিবলৈ ধৰিছে। কমিচনাৰৰ বঙলাঘৰৰ গেটত থকা দুখ তালগছৰ জোপাৰ পাতত বেলিৰ উজ্জ্বল কিৰণ পৰিছেহি। ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা এছাটি বতাহ বলৈ ধৰিছে। সেই বতাহৰ হেন্দোলনি লাগি তালপাতবোৰ নাচিবলৈ ধৰিছে। সেয়া যেন তালগছৰ পাত নহয়, একো একোখন ধাৰাল তৰোৱালহে তেনেদৰে শূন্যতে নাচি আছে। তেনে এখন তৰোৱালকে যেন আজি খানচাহাবে তাৰ হাতত তুলি দি গ'ল। কথাটো ভাবি ভাবি অনিৰুদ্ধ ভৰিৰ পৰা মূৰলৈকে শিহৰি উঠিল।

নদীৰ বুকুৰেদি বোধহয় কোনোৱা নাৱৰীয়াই বাঁহী বজাই গ'ল। বতাহত ঢৌ খেলি খেলি বাঁহীৰ সুৰটো আহি অনিৰুদ্ধৰ কাণত পৰিল। বাঁহিৰ সুৰটোৰেত যেন তালপাতৰ লগে লগে নাচিবলৈ ধৰিলে।

ভালদৰে কাণপাতি সি বাঁহীৰ সুৰটে৷ শুনিব খোজোঁতেই হঠাৎ বাঁহীৰ মাত বন্ধ হ'ল। তাৰ সলনি শুনা গ'ল নৈৰ পাৰত কোনোবা একজন মানুহৰ চিঞৰ-বাখৰ। ৰ'বলৈ আৰু তাৰ ধৈৰ্য নাথাকিল। একে দৌৰে গৈ সি নৈৰ পাৰ পালে। গৈ দেখে, চিঞৰা মানুহজন

এজন নাৱৰীয়া। লগত আৰু কোনো নাই। নাৱৰীয়াজনে পশ্চিম কালে আঙুলি টোঁৱাই টোঁৱাই চিঞৰিবলৈ ধৰিছে। অনিৰুদ্ধ উদ্বিগ্ন হৈ নাৱৰীয়াজনৰ কাষলৈ গ'ল।

সি সুধিল, "কি হ'লে ককাই? কিয় ইমানকৈ চিঞৰিছা?"

নাৱৰীয়াজনে ফোঁপাই ফোঁপাই ক'লে, "নকবি বোপাই, দেশত একেবাৰে নোহোৱা-নোপোজা কাণ্ড। উস্ উস্। প্ৰভু! মানুহ ইমান তললৈ নামিব পাৰেনে? এটা তেজ-মঙহৰ প্ৰাণী এনেকৈ জীয়াই পীয়াই পানীত পেলাই দিব পাৰেনে?"

"কথাটো কি নোকোৱা কেলেই?"

"সৌফালে চাচোন। সৌফালে।"

অনিৰুদ্ধই পশ্চিমলৈ চালে। আকাশত কেইটামান শগুন-চিলনীয়ে চিঁ চিঁয়াবলৈ ধৰিছে। তলত মৰাশ দেখিলে সাধাৰণতে সিহঁতে তেনেকুৱা কৰে।

সি নাৱৰীয়াজনৰ সৈতে বালিয়ে বালিয়ে দৌৰি গৈ দেখে যে সচাঁকৈয়ে নোহোৱা নোপাজা কাণ্ড। বাৰ-তেৰ বছৰীয়া এটা ল'ৰা পানী-যুৰলিত পৰি আছে। হাত ভৰি চেঁচা পৰি গৈছে। চকুদুটা আধামেলা।

"মই দেখিলোঁ নহয় বোপাই, উজনিৰ ফালৰপৰা কোনোবা সদাগৰৰ নাও এখনত সি আহিছিল। বাটতে বোধহয় হাইজাই পালে। সদাগৰে তাক তেনেকৈ পেলাই থৈ নাও লৈ গুচি গ'ল। চাবোন, বোপাই, মানুহ ইমান নিষ্ঠুৰ হ'ব পাৰেনে?"

অনিৰুদ্ধই নাৱৰীযাজনৰ সৈতে ধৰাধৰিকৈ ল'ৰাজনক কলেৰা হস্পিটাললৈ লৈ গ'ল। হস্পিটালৰ উদং চাং এখনত তাক শুৱাই থলে। তাৰ বুকুৰ ধপ্ ধপ্ নিটো অনিৰুদ্ধই কাণপাতি শুনিলে।

সি নাৱৰীয়া জনক ক'লে, "ককাই, তুমি ইয়াক অলপ চাবা। মই ডাক্তৰক খবৰ দিওঁগৈ।" কৈয়ে সি দৌৰি দৌৰি ডাক্তৰৰ ওচৰলৈ গ'ল।

আধাষষ্টামানৰ মূৰত ডাক্তৰ ৰামকৃষ্ণ চৌধুৰী আহিল। চাই-চিতি ছুটামান দৰব দিলে। ল'ৰাজনে অলপ সাৰ-সিকতি কৰাত, অনিৰুদ্ধই নাৰ্ছবীয়াজনক ল'ৰাটো গতাই দি ঘৰলৈ ঘূৰিল।

বেণু বাৰাণ্ডালৈ ওলাই আহিল। ছুৱাৰ মুখতে পীৰা এখন পাৰি তেওঁ বহিল। বহাৰ লগে লগে ছুটা মহে তেওঁৰ কাণত কুঞ্জন কুঞ্জনাবলৈ ধৰিলে। তেওঁ শূন্যতে হাতখন ঘূৰাই এবাৰ মহছুটা খেদি দিয়ে পিছমুহূৰ্ত্ততে সিহঁত ছুটা আকৌ আহে। এইবাৰ নিৰুপায় হৈ তেওঁ চাঁদৰৰ আঁচলটো মূৰৰ ওপৰত ঘূৰাবলৈ ধৰিলে। অলপ পিছত মহ ছুটা দূৰলৈ যোৱা যেন পাই তেওঁ আঁচল ঘূৰাবলৈ এৰিলে। এতিয়াহে তেওঁৰ ভাগৰ লাগিল। বুকুখন ঢপঢপাবলৈ ধৰিলে। আজিকালি অলপতে তেওঁৰ ভাগৰ লাগে।

নঙলামুখত খটংকৈ এটা শব্দ হ'ল। দিনটোত বহুবাৰ এনেকুৱা শব্দ হয়। প্ৰতিবাৰে তেওঁ বাহিৰলৈ ওলাই আহে কৃষ্ণকান্ত বা অনিৰুদ্ধ কোনোবা আহিছে নেকি চাবলৈ। নাই। আজি গোটেই দিনটা কৃষ্ণকান্ত এবাৰো ঘৰলৈ অহা নাই। অনিৰুদ্ধও ৰাতি পুৱাতে যি গ'ল, এতিয়া এই ৰাতিলৈকে ঘূৰি অহা নাই। ছুয়োৰো বাবে সজাই থোৱা ভাত ছুসাজ পাকঘৰত এতিয়াও আছে। দিনটো ভাত ছুসাজ ৰখি থাকোতেই গ'ল। মাজে মাজে মেকুৰীজনীয়ে আহি ঢাকনি ছুখন আঁকুহি-বাঁকুহি খেওঁ মেওঁ কৰিছিল। এবাৰ তেওঁ কটাৰীখন দলি মাৰি দিছিল। নালাগিল।

নঙলামুখত আকৌ এবাৰ শব্দ হ'ল। হয়, কোনোবা এজন আহিছে। আন্ধাৰত একো মণিব নোৱাৰি, খোজ কেইটা চাই আন্দাজ কৰিবৰো উপায় নাই। পীৰাৰ পৰা উঠি মানুহজনী থিয় হ'ল। মানুহজন ক্ৰমে তেওঁৰ ওচৰ চাপি অহা যেন লাগিল। একেবাৰে আহি সম্মুখত থিয় দিয়াতহে তেওঁ মানুহজনক চিনি পালে। কৃষ্ণকান্ত। বাৰাণ্ডাত থিয় দিয়েই তেওঁ সুধিলে, "বেণু, তুমি এনেকৈ বাহিৰত কিয় বৈ আছা ?"

বেণুৱে এটা হুমুনিয়াহ এৰি দিয়াৰ দৰে ক'লে, "এনেয়ে।" এই একেটা মাত্ৰ শব্দৰে যেন বেণুৱে দিনটোৰ সমস্ত অৱসাদ, মনৰ সকলো ক্ষোভ আৰু অভিমান প্ৰকাশ কৰিলে।

কৃষ্ণকান্তই আকৌ সুধিলে, "ই—মইনা ক'লৈ গ'ল ?"

"কেনেকৈ কওঁ, ক'লে গ'ল। ঘৰখনত তিনিটা মাত্ৰ মানুহ। তাতেই ইজনে সিজনৰ খবৰ নাপাওঁ। আজি দিনত কাউৰী দুটাই বৰ উৎপাত কৰিছিল। মোৰ খুব চিন্তা লাগি আছে। আপুনি বাহিৰত একো গম নাপালে ?"

"গম নোপোৱা নহয়, পাইছো। বিদ্যাভূষণ বৰুৱাৰ তালৈ সি ৰাতি পুৱাতে গৈছিল। তাৰপৰা ঘূৰিও আহিছে হেনো। কিন্তু এতিয়াও যে ঘৰলৈ অহা নাই। গ'ল ক'লৈ ?"

"তাৰ যিটো সাহ। মোৰ হ'লে খুব ভয় লাগি আছে।"

"এৰা, আজি কালি গুৱাহাটীৰ পৰিবেশো সলনি হৈছে। তাক একেবাৰে ঘৰৰ পৰা ওলাবলৈকে মানা কৰি দিব লাগিব।"

"মানা কৰিবলৈকে সি আহকচোন ঘৰলৈ।"

কৃষ্ণকান্তৰ মনতো চিন্তা সোমাল। বংগভংগ আন্দোলনৰ বতাহ অসমতো সোমাইছে। বিশেষকৈ ঢাকা আৰু কলিকতাৰ পৰা অহা এনৰ্কিষ্ট পাৰ্টিৰ মানুহে গুৱাহাটীত গোপনে সংগঠন কাৰ্য চলাই থকাৰ কথা কৃষ্ণকান্তই জানে। বিদ্যাভূষণ বৰুৱাৰ ব্যায়ামাগাৰলৈ খানচাহাব অহাৰ কথাও তেওঁ জানে। খানচাহাবৰ লগত তেওঁ কথাও পাতিছে। বিদ্যাভূষণ বৰুৱা আৰু কৃষ্ণকান্তক তেওঁ বুজাইছে, যে বংগভংগ আন্দোলনৰ প্ৰতি অসমে সমৰ্থন দিব লাগে। পূৰ্ববংগক পশ্চিমবংগৰ পৰা ফালি আনি অসমৰ সৈতে সাঙুৰি দিলে কাৰো উপকাৰ নহয়—অসম, পশ্চিমবংগ, পূৰ্ববংগৰ মানুহ কাৰো। উপকৃত হ'ব বৃটিছ সকলৰ। বৃটিছসকলে শাসনৰ বাঘজৰী কটকটীয়া কৰিবৰ অৰ্থে এই ব্যৱস্থা কৰিছে।

খানচাহাবৰ কথাই কৃষ্ণকান্তৰ মন অস্থিৰ কৰি তুলিছে। ইমান

দিনৰ পৰা তেওঁ বিচাৰি ফুৰা সুযোগটো যেন এতিয়া হাতত আহি পৰিছে। বৃটিছৰ বিৰুদ্ধে যুঁজ দিয়াৰ এয়ে সুযোগ।

পৰিস্থিতি পাতলাবলৈ কৃষ্ণকান্তই ক'লে, "সি বৰ হুঁচিয়াৰ ল'ৰা। তাৰ কাৰণে ইমান চিন্তা কৰিব নালাগে। ক'ৰবাত বন্ধু বান্ধৱৰ লগত আছে। আহি ওলাযহে লাগে। ব'লা, ভিতৰলৈ ব'লা।"

কৃষ্ণকান্ত আৰু ৰেণুৱে ঘৰৰ ভিতৰ সোমাব খুজিছিলহে মাথোন। এনেতে পিছফালৰ পৰা আহি অনিৰুদ্ধই মাত লগালে, "খুড়ীদেউ, খুড়ীদেউ।"

"মইনা। আহ আহ। ইমান পলম কিয় হ'ল, ক'ত আছিলি? গোটেই দিনটো ভাত পানী নাই। ইস্ চাওঁ—একেবাৰে কিবাটো হৈ আহিছে।"

"খুড়ীদেউ। আজি বৰ ডাঙৰ ঘটনা এটা হ'ল।"

কৃষ্ণকান্তই কাপোৰ সলাই থকাৰ পৰা মাত দিলে, "কি হ'ল অ'? ইমান ডাঙৰ ঘটনা ক'ত হ'ল?"

"ডাঙৰ ঘটনা মানে খুড়াদেউ, ভৰলুমুখত। সেই যে চাপৰিটো আছে—তাত।"

"একেবাৰে বুঢ়া চাপৰি পালিগৈ। কিয়, তই দেখোন বিদ্যাভূষণৰ তালৈহে গৈছিল?"

"গৈছিলো ঠিকেই, কিন্তু, মইহে দেখোন এইবোৰ ঘটনাৰ মাজত পৰোঁ।"

খুড়ীয়েকে উদ্বিগ্ন হৈ সুধিলে, "কি হ'ল বেগতে নকৱ কিয়?"

অনিৰুদ্ধই গোটেই ঘটনাটো সংক্ষেপতে ক'লে। ঘটনাটোৰ শেষৰ কথাখিনি কওঁতে তাৰ চকুহুটা আনন্দত জিৰবিৰাই উঠিল।

সি ক'লে, "এতিয়া ল'ৰাটো ভাল হৈ উঠিছে। ৰাতিপুৱালৈ তাক নাৱৰীয়াজনে লৈ যাব।"

কৃষ্ণকান্তই ভিতৰি ভিতৰি অনিৰুদ্ধৰ সাহস আৰু মনোবলৰ প্ৰশংসা কৰিলে। কিন্তু মুখত দেখুৱাই তাক ধমক দিলে, "তোক

মই আগতে কৈছো নৈৰ পাৰলৈ নাযাবি। আৰু যদি কেতিয়াবা যোৱা বুলি শুনোঁ, কথা বেয়া হ'ব। ককাইদেউলৈ চিঠি লেখি তোক ঘৰলৈ পঠিয়াই দিম। যা গা-পা ধুই কিতাপ লগে।"

খুড়ীয়েকৰ পিছে পিছে অনিৰুদ্ধ ঘৰলৈ সোমাই গ'ল। গা ধুই ভাতৰ পাতত বহি অনিৰুদ্ধই লক্ষ্য কৰিলে খুড়ীয়েকৰ চকুত পানী। এখন বিশাল হাবিৰ মাজত অকলশৰীয়া হৈ পৰা এজনী হৰিণীৰদৰে মানুহজনীয়ে নীৰৱে কান্দিবলৈ ধৰিলে।

বিদ্যাভূষণ বৰুৱাৰ ব্যায়ামগাৰ পৰিদৰ্শন কৰি খানচাহাবে গুৱাহাটী এৰাৰ ছমাহৰ পিছতে কৃষ্ণকান্তৰ নামত পুলিচৰ ৱাৰেণ্ট ওলাল। খানচাহাবৰ সৈতে থকা কৃষ্ণকান্তৰ যোগসূত্ৰ আৰু সম্পৰ্ক পুলিচে বিচাৰি পালে। খানচাহাবে বৃটিছ চৰকাৰৰ বিৰুদ্ধে যুঁজিবলৈ সংগঠন কৰি ফুৰিছে। এই কাৰ্যত কৃষ্ণকান্তয়ো সমানে হাত মিলাইছে। বৃটিছ চৰকাৰে কৃষ্ণকান্তইৰ এই কাৰ্যক এক গুৰুতৰ অপৰাধ হিচাপে গণ্য কৰিছে। ৱাৰেণ্ট ওলোৱাৰ দিনা ৰাতি নৌপুৱাওঁতে কৃষ্ণকান্ত ঘৰৰ পৰা নিখোজ হ'ল। যাবৰ সময়ত তেওঁ কাকো মাত লগাই নগ'ল। আনকি ঘৈনীয়েক বেণুৱেও তেওঁ যোৱা গম নাপালে। মাথোন অনিৰুদ্ধৰ পঢ়া টেবুলৰ ওপৰত চিয়াঁহীৰ দোৱাতেৰে হেঁচা মাৰি কৃষ্ণকান্তই এখন চিঠি থৈ গ'ল।

ৰাতিপুৱা কৃষ্ণকান্তক বিছনাত নেদেখি বেণুৱে হুৱাদুৱা লগাই দিয়াত অনিৰুদ্ধ দৌৰি আহি খুড়ীয়েকৰ কাষ পালে। কেইমুহূৰ্তমান খুড়ীয়েকৰ কাষত থিয় দি থাকি একো নোকোৱাকৈয়ে সি ঘটনা বুজি পালে। সি মনে মনে ভাবিলে, খুড়াকে পলাই গৈ ভালেই কৰিলে। নহলে জেলত সোমাব লাগিবহেঁতেন। খপ্‌কৈ কিবা এটা মনত পৰাৰ দৰে সি দৌৰ মাৰি তাৰ পঢ়া কোঠালৈ গ'ল। টেবুলৰ

ওপৰতহে থকা চিঠিখনত তাৰ চকু পৰিল। চিয়াঁহীৰ দোৱাতটো লাহেকৈ গুচাই থৈ সি চিঠিখন মেলি ল'লে। চিঠিত কৃষ্ণকান্তৰ হাতৰ আখৰ। অনিৰুদ্ধলৈকে তেওঁ চিঠিখন লেখি থৈ গৈছে। সি চিঠি-খনৰ আখৰবোৰৰ মাজেদি চকুদুটা পাৰ কৰি নিবলৈ ধৰিলে—

মৰমৰ মইনা,

মই হঠাৎ ঘৰৰ পৰা যাব লগাত পৰিলোঁ। ক'লৈ যাম নাজানো। তইঁতে চিন্তা নকৰিবি। খুড়ীয়েৰকো বুজাবি। মানুহজনীয়ে মিছা-মিছিকৈ কিছুমান চিন্তা কৰি থাকে। লাহে লাহে তয়ো গম পাবি, মই কিয় এই পথ লৈছোঁ, কি বিচাৰি ফুৰিছোঁ। ইংৰাজবিলাক যেতিয়ালৈকে আমাৰ দেশত থাকিব তেতিয়ালৈকে আমাৰ শান্তি নাই। এদিন তয়ো এই পথত নামিব লাগিব। তোৰ দৰে সকলোবোৰ নামিব লাগিব।

চিঠিখন পঢ়ি শেষ কৰাৰ লগে লগে অনিৰুদ্ধৰ মনত কিছুমান নতুনৰ চিন্তা নতুন অনুভূতিৰ জন্ম হ'ল। সঁচাকৈয়ে, খুড়াকৰ চিঠিখন অৰ্থ কি? তাত অনিৰুদ্ধৰ বাবে কিবা এক গোপন ইংগিত নাইবা কিবা নিৰ্দেশ লুকাই আছে নেকি? খুড়াকে এই পথ কিয় লৈছে? তেওঁ কি বিচাৰি ফুৰিছে? অনিৰুদ্ধই এতিয়া কি কৰিব? ওপৰাউপৰিকৈ অহা কিছুমান অসংলগ্ন প্ৰশ্নই তাৰ মন থৌকি বাথৌ লগালে।

চিঠিখন জপাই টেবুলত থব খোজোতেই খুড়ীয়েক আহি তাৰ কোঠাত উপস্থিত হ'ল। অনিৰুদ্ধৰ হাতৰ পৰা চিঠিখন মাটিত সৰি পৰিল। খুড়ীয়েকে সেইখন তুলি লৈ খৰ্ খৰকৈ কেবাবাৰো পঢ়িলে। তাৰ পিছত চিঠিখন দুহাতৰ মুঠিত টানকৈ ধৰি তেওঁ হুক্ হুককৈ কান্দিবলৈ ধৰিলে।

কি ক'ব কি নক'ব একো থিৰাং কৰিব নোৱাৰি অনিৰুদ্ধ পিৰালিলৈ ওলাই আহিল। পিৰালিৰ পৰা সি নঙলামুখলৈ চাই পঠিয়ালে। জপনাখন এতিয়াও আধামেলা অৱস্থাতে আছে। খুড়াকে বোধহয় জপনাখন বন্ধ কৰি যাবলৈ পাহৰিলে।

নঙলামুখৰ কৰবীজোপাত হালধীয়া পোহৰৰ আঁচ পৰিছেহি। সেইখিনি পোহৰকে ঠোঁটত লৈ এটা বুলবুলি চৰায়ে গান গাবলৈ ধৰিছে। আনদিনা হোৱা হ'লে সি একেজাপে পিৰালিৰ পৰা নামি গৈ চৰাইটোলৈ এটা শিলগুটি মাৰি পঠিয়ালেহেঁতেন। কিন্তু আজি তাৰ সেইফালে মনেই নগ'ল। তাৰ গাটো বৰ গধুৰ গধুৰ লাগিল হঠাতে যেন তাৰ কান্ধত কোনোবাই এটা গধুৰ বোজা উঠাই থৈ গ'ল। এই বোজা অনিৰুদ্ধই কঢ়িয়াব লাগিব, এই বোজা কান্ধত লৈ সি জীৱনৰ দুৰ্গম বাটত আগ বাঢ়িব লাগিব। খোলাবন্ধা জাহাজঘাটলৈ অহা লোকেল ব'ৰ্ডৰ কেচাঁ আলিৰদৰে দুৰ্গম এই বাট, অতি কষ্টকৰ এই যাত্ৰা। ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতৰ বিপৰীতে যোৱা জাহাজৰ-ইঞ্জিনটোৰ দৰে যেন অনিৰুদ্ধৰ মনটোৱে এবাৰ গুমৰি উঠিল।

কৰবী জোপাৰ আগত পৰা পোহৰৰ আঁচডাল লাহে লাহে দীঘল হৈ আহিবলৈ ধৰিছে। এটা সময়ত সেইডাল আহি অনিৰুদ্ধৰ মুখত পৰিল। সি লাহেকৈ পিৰালিৰ পৰা আঁতৰি আহিল।

কৃষ্ণকান্ত নিখোজ হবৰ আজি প্ৰায় এমাহেই হ'ল। এই এমাহৰ ভিতৰতে ৰেণুৰ স্বাস্থ্য বহুত বেয়া হৈছে। চুচকুৰ কোণত ক'লা ক'লা দাগ পৰিছে, কপালত ৰেখা ওলাইছে, ডিঙিৰ তলফালে থকা হাড়ৰ জোংচুটা জকৃজকৃকৈ ওলাই আহিছে। আগতকৈ মানুহজনীয়ে এতিয়া কম কথা কয়।

খুড়ীয়েকৰ অৱস্থা দেখি অনিৰুদ্ধই নিজে খুড়াকৰ সন্ধান উলিয়াবলৈ আপ্ৰাণ চেষ্টা কৰিছে। সম্ভাব্য স্থান আৰু ব্যক্তি—সকলোতে বিচাৰিছে। কিন্তু যোৱা এমাহে অনিৰুদ্ধই তেওঁৰ একো খবৰ পোৱা নাই। তেওঁ ক'ত আছে, কি কৰিছে—একো কথাকে সি নাজানে।

খুড়ীয়েকক সি মাজে মাজে কয়, "আপুনি একো চিন্তা নকৰিব। খুড়াদেউ আছে ইয়াতে ক'ৰবাত। ক'ত যাব?"

বেণুৱে একো নকয়। মিছা প্ৰবোধ শুনি শুনি মাতৃজনী অভ্যস্ত হৈ গৈছে। ভালো নালাগে, খঙো নুঠে।

গুৱাহাটীৰ এচাম মানুহৰ মতে, কৃষ্ণকান্ত গুৱাহাটীত নাই। অকল সেয়ে নহয়, তেওঁ গুৱাহাটীৰ আশে পাশে বা অসমৰ আন কতো নাই। তেওঁ বাহিৰলৈ পলাই যোৱাটো খাটাং। পূৰ্ববঙ্গৰ ঢাকা আৰু ব্ৰহ্মদেশৰ ৰেংগুন এতিয়া এনাৰ্কিষ্ট পলাতকৰ প্ৰধান ঘাটি হৈ উঠিছে। কোনো কোনোৱে কয়—কৃষ্ণকান্ত ঢাকালৈ গৈছে। বিদ্যাভূষণ বৰুৱাৰ হৈ গুৱাহাটীৰ আত্মৰক্ষা বাহিনীৰ বাবে খাৰ বাৰুদ সংগ্ৰহ কৰিবলৈ গৈছে। খানচাহাবে বৰুৱাক সকলো ঠিকনা পাতি দি থৈ গৈছে। আন কিছুমানে কয—কৃষ্ণকান্তই খানচাহাবৰ সৈতে আগৰে পৰা যোগাযোগ ৰাখি আছিল, এতিয়া নিজেই ৰেংগুনলৈ গৈছে। ৰেংগুনত হেনো অলপতে ভাৰতৰ সকলো এনাৰ্কিষ্ট দলৰ এক গোপন বৈঠক বহাৰ কথা আছে। তাত অসমৰ হৈ যোগদান কৰিবলৈ কৃষ্ণকান্ত গৈছে।

এই গোটেইবোৰ কথা কেতিয়াবা বিশুদ্ধ কল্পনা যেন লাগে অনিৰুদ্ধৰ। কেতিয়াবা ভাব হয়, সকলো কথাই হয়তো সত্য।

কৃষ্ণকান্তক ভালদৰে জনা বুলি দাবী কৰা এচাম মানুহে কয়—তেওঁ ক'লৈকো যোৱা নাই। ইয়াতে, অৰ্থাৎ গুৱাহাটীৰে ক'ৰবাত আছে, থাকি আলেঙে আলেঙে সকলো চাই আছে। খানচাহাব গুৱাহাটীলৈ আহি যোৱাৰ পিছতে পুলিচৰ ধৰ পাকোৰ চলিব বুলি জানিয়েই হয়তো তেওঁ এনেদৰে আত্মগোপন কৰিছে।

অনিৰুদ্ধৰ কিন্তু বিশ্বাস নহয়, খুড়াক গুৱাহাটীত আছে বুলি। থাকিলে সি গম পালেহেঁতেন। বিদ্যাভূষণ বৰুৱাৰ পৰাই সি গম পালেহেঁতেন। তেওঁৰ ব্যায়ামাগাৰলৈ অনিৰুদ্ধ এতিয়াও নিয়মিতভাৱে যায়। তাত সি অকল শৰীৰ চৰ্চাকে নকৰে, আত্মৰক্ষাৰ বাবে সকলোধৰণৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰো সি ইতিমধ্যে আয়ত্ত কৰিছে। দেশৰ বিভিন্ন প্ৰান্তৰ পৰা অহা এনাৰ্কিষ্ট দলৰ মানুহৰ সৈতেও এতিয়া তাৰ

কিছু সম্পৰ্ক স্থাপন হৈছে। অলপতে কলিকতাৰ পৰা অহা দুজন লোকক সি লগ পাইছিল। তেওঁলোকে কলিকতাত 'আত্মৰক্ষা সমিতি' নামেৰে এটা সংগঠন খুলিছে। সমিতিৰ সদস্য সংখ্যা দিনে দিনে বৃদ্ধি পাই গৈছে। বোম্বাইৰ 'শিৱাজী সংঘ'ৰ নেতা এজনো অলপতে গুৱাহাটীলৈ আহিছিল। খানচাহাবৰ দৰে তেওঁো অনিৰুদ্ধহঁতক কিছু কৌশল শিকাই থৈ গৈছে। তেওঁ অনিৰুদ্ধক দুখন হেণ্ডবিলো দি গৈছে। এখন ইংৰাজী, এখন হিন্দি।

তাৰ মনত বহুত দিন ধৰি গুজৰি-গুমৰি থকা অব্যক্ত কথাবোৰকে যেন হেণ্ডবিল দুখনত লিপিবদ্ধ কৰা হৈছে। স্কুলৰ কিতাপ বহীৰ মাজত লুকুৱাই লৈ খুড়ীয়েকে নেদেখাকৈ সি হেণ্ডবিল দুখন কেবাবাৰো পঢ়িছে। পঢ়ি ৰোমাঞ্চিত হৈছে। বুজিব নোৱাৰা উত্তেজনাত সি কেবা দিনো কঁপি উঠিছে। কাগজ দুখিলা কোনোবাই কেনেবাকৈ দেখে বুলি সি সেই দুখন প্ৰায় লগতে ৰাখে। স্কুললৈ যাওঁতেও চোলাৰ জেপত ভৰাই লৈ যায়।

## পাঁচ

টমছন চাহাবৰ ক্লাছ।

ভয়ে ভয়ে ক্লাচৰ একেবাৰে শেষৰ বেঞ্চত অনিৰুদ্ধ বহিলগৈ। লগত তাৰ তিনিজন সহপাঠী বন্ধু। ক্লাছৰ কাৰো মুখত মাতবোল নাই। চাৰিওফালে কাঁহ্ পৰি স্তীন যোৱা নিস্তব্ধতা। টমছন চাহাব এতিয়াও ক্লাছত সোমোৱা নাই। সোমোৱাৰ সময় উপস্থিত। যিকোনো মুহূৰ্ততে তেওঁ সোমাই আহিব। ধুমুহাৰ আগমুহূৰ্তৰ যেন শান্ত পৃথিৱী। কেইটামান নীৰৱ মুহূৰ্ত পাৰ হৈ গ'ল।

এনেতে হঠাৎ বাৰাণ্ডাত জোতাৰ খট্‌খট্‌ শব্দ শুনিবলৈ পোৱা গ'ল। সেয়া টমছন চাহাব ক্লাছলৈ আহিছে। জোতাৰ শব্দৰ লগে লগে শুনা গ'ল তেওঁৰ ষ্টিকৰ শব্দ—টক্ টক্। এটা যেন প্ৰচণ্ড ধুমুহা বৰলৈ আৰম্ভ কৰিছে। ক্ষন্তেক পিছতে এই ধুমুহাই ঘৰ-দুৱাৰ, গছ-গছনি সকলো ভাঙি ছিঙি উৰুৱাই লৈ যাব। ক্লাছৰ ল'ৰাবোৰৰ ভৰি থৰ্থৰ্কৈ কঁপিবলৈ ধৰিলে। অনিৰুদ্ধৰ ভৰিত কঁপনি উঠা নাই। কিন্তু তাৰ ভয় লাগিছে। আনদিনা এইকন ভয়ো নালাগে। আজি ভয় লগাৰ কাৰণ হ'ল তাৰ জেপত থকা কাগজ দুখন। আনদিনা টমছন চাহাবৰ ক্লাছৰ সময়ত সি সেইদুখন ক'ৰবাত লুকুৱাই থৈ আহে। আজি পাহৰিলে।

এটা সময়ত টমছন চাহাব আহি ক্লাছত সোমাল। এটা ভয়ংকৰ

হিংস্র বাঘৰ সন্মুখত পৰা এজাক নিৰীহ ভেড়া পোৱালীৰ দৰে আটাইকেইজন ভয়ত পেপুৱা লাগিল ।

ক্লাছত সোমায়েই টমছন চাহাবে ল'ৰাহঁতৰ ফালে পোন্দোৱাকৈ চালে। তাৰ পিছত বজ্ৰসদৃশ মাতেৰে আদেশ দিলে, "ষ্টেণ্ড আপ, অল অব য়ু।"

আটায়ে সেমেনা সেমেনিকৈ থিয় দিলে, আৰু ইয়াৰ পিছত কি আদেশ আহে তালৈ উৎকৰ্ণ হৈ সিহঁত ৰৈ থাকিল।

টমছন চাহাবে এইবাৰ আগতকৈ জোৰে চিঞৰি ক'লে, "য়ু কাম হিয়েৰ। ৱান বাই ৱান। এণ্ড ছো মি য়'ৰ পকিট্‌ছ। কুইক্।"

টমছন চাহাবে কেতিয়াবা হঠাতে ল'ৰাহঁতৰ জেপবোৰ পৰীক্ষা কৰি চায়। কেইবাদিনো তেওঁ সিহঁতৰ জেপত কিবা কিবি বস্তু পাইছে—আধা পোৰা বিড়িৰ টুকুৰা, কানিৰ টিকিৰা—এনে ধৰণৰ বস্তু। যি বস্তুৱেই নহওঁক, কিবা এবিধ পালেই হ'ল, তাৰ আৰু ৰক্ষা নাই। টমছন চাহাবে তাক শুদাই নেৰে। ক্লাছৰুমৰ বেৰত এডাল চাবুক ওলোমাই থোৱাই থাকে। সেইডালেৰে তাক উধাই-মুধাই মৰিয়াব, তাৰ পিছত তাক ক্লাছৰ পৰা বাহিৰ কৰি দিব। সেই যি এবাৰ ক্লাছৰ পৰা ওলাল, সি আৰু তুনাই স্কুললৈ যাব নোৱাৰে।

জেপত একো নাপালেও তেওঁৰ খং উঠে। ভাবে জেপ পৰীক্ষা কৰিব বুলি জানিহে ল'ৰাজনে এনেকৈ জেপ খালী কৰি আনিছে। অৱশ্যে, খালী জেপ দেখুৱালে শাস্তি কম হয়।

আজি সোমবাৰ। নিয়মমতে শনিবাৰেহে তেওঁ জেপ পৰীক্ষা কৰে। আজি হঠাতে এনে কৰাত ল'ৰাহঁত বিমোৰত পৰিল।

অনিৰুদ্ধৰ হাতত্তুথন আপোনা আপুনি তাৰ জেপলৈ সোমাই গ'ল। আছে। কাগজ ডুখন জেপত আছে। লগে লগে তাৰ গা জৰ ঘামে ঘামিবলৈ ধৰিলে। আজি আৰু সাৰিবৰ উপায় নাই।

টমছন চাহাবৰ আদেশ ক্রমে ল'ৰাহঁত এজন এজনকৈ আগুৱাই আহিল আৰু জেপবোৰ লুটিয়াই লুটিয়াই দেখুৱালে। কাৰো তাত একো নাপালে। সিহঁতক বহিবলৈ কৈ তেওঁ এইবাৰ শেষৰ বেঞ্চত থিয় দি থকা অনিৰুদ্ধৰ ফালে হিংস্র চাৱনিৰে চাই পঠিয়ালে। এইবাৰ তাৰ পাল। সি খেৰোগেখোকৈ আহি টমছনৰ সন্মুখত তলমূৰা হৈ থিয় দিলে। তাৰ হাতত্থন জঠৰ হৈপৰা যেন অনুভৱ হ'ল। সি তেনেকৈ জঠৰ হৈপৰা দেখি টমছনৰ খং আৰু চৰিল। কাণতাল পাৰি যোৱাকৈ গৰ্জন কৰি তেওঁ অনিৰুদ্ধক ক'লে "অপ্‌ন য়'ৰ পকিট্‌ছ। হাৰি আপ।"

নিৰুপায় হৈ অনিৰুদ্ধই জেপ দুখন লুটিয়াই দিলে। জেপৰ পৰা হেণ্ডবিল দুখন ওলাই আহিল। সি সেই দুখন লাহেকৈ টেবুলত থলে। দৃশ্যটো দেখি ক্লাছৰ আন ল'ৰবাৰৰ মুখত ভীষণ আতংকৰ চিন ফুটি উঠিল। অনিৰুদ্ধ কিন্তু নির্বিকাৰ। টমছনে প্ৰথমে ইংৰাজী হেণ্ডবিলখন হাতত তুলি ল'লে। ওপৰে ওপৰে দুটামান শাৰী মুখৰ ভিতৰতে বিৰবিৰাই তেওঁ অনিৰুদ্ধক কৰ্কশ মাতেৰে সুধিলে "হুৱেৰ ডিড্‌ য়ু গেট দিজ পেইপাৰ্ছ?"

অনিৰুদ্ধই কোনো উত্তৰ নিদিলে।

হেণ্ডবিলখন প্ৰচণ্ড জোৰে জোকাৰি জোকাৰি টমছনে আকৌ সুধিলে, "আই মিন হুৱেৰ ডিড য়ু গেট দিজ ব্লাডি পেইপাৰ্ছ?"

অনিৰুদ্ধ আকৌ নিৰুত্তৰ।

এইবাৰ টমছন চাহাবৰ ধৈৰ্যচ্যুতি ঘটিল। একে আঁজোৰে বেৰৰ পৰা চাবুকডাল আনি অশ্ৰাব্য গালি উচ্চাৰণ কৰি তেওঁ অনিৰুদ্ধক মৰিয়াবলৈ ধৰিলে। মৰিয়াই মৰিয়াই এটা সময়ত তেওঁ তাক ক্লাছ-ৰুমৰ বাহিৰলৈ গতা মাৰি দিলে। স্কুলঘৰৰ বাৰাণ্ডাত আহি সি মুখ খেকেচা খাই পৰিল। চকুৰে ধোঁৱা কোঁৱা দেখিলে। সি তেনেকৈ পৰি যোৱাৰ পিছতো টমছনৰ খং মাৰ নগল। স্কুলঘৰৰ ভিতৰত বহুত পৰলৈকে তেওঁৰ কঠোৰ গৰ্জন-ধ্বনি ৰজনজনাই থাকিল, "নৌ,

নে'ভাৰ। য়ু ডেম বাষ্টাৰ্ড, গেট আউট ফ্ৰম দ স্কুল কম্পাউণ্ড! আই ড'ণ্ট ৱাণ্ট ছাচ্চ্‌ ষ্টুডেন্ট ইন মাই স্কুল। আই এক্সপেল য়ু!"

ছুপৰীয়া। অনিৰুদ্ধই স্কুলৰ পৰা আহি মনে মনে ঘৰ সোমাল। পঢ়া কোঠাত সোমাই প্ৰথমে সি আইনাত মুখখন চাই ল'লে। নাকৰ তলত এতিয়াও তেজৰ দাগ লাগি আছে। কপালতো দুৱনীযা-টোৰ সমান ডাঙৰকৈ এডোখৰ ক'লা পৰি উঠিছে। পিঠিখনৰ ফৰ্‌ফৰনি এতিয়াও মাৰ যোৱা নাই। চাবুকৰ কোবে কিজানি পিঠিত সেৰা পাতি আছে। বহুত যত্ন কৰিও সি পিঠিখন চাব নোৱাৰিলে। হাতেঁৰে চুকি পোৱাখিনিকে খেপিয়াইহে চালে।

এনেকৈ ভালেখিনি সময় সি কোঠাত সোমাই থাকিল। সি কোঠাৰ পৰা ওলাই নহা দেখি খুড়ীয়েকৰ মনত সন্দেহ উপজিল। সিনো কোঠাত সোমাই এই ছুপৰীয়া কি কৰিছে।

খুড়ীয়েকে পাকঘৰৰ পৰা মাত লগালে, "মইনা।"

স্বাভাৱিক হবলৈ চেষ্টা কৰি সি ক'লে, "গৈছোঁ, খুড়ীদেউ।"

সি গৈ খুড়ীয়েকৰ সম্মুখত থিয় হ'ল। এ খন্তেক তাৰ মুখলৈ চাই থাকি খুড়ীয়েকে সুধিলে, "এ মইনা! তোৰ এইবোৰ কি হ'ল? ক'ৰবাত দুখ পালি নেকি? চাওঁ, এইফালে আহচোন।" খুড়ীয়েকে ডাক কাষলৈ মাতি নি কপালৰ দাগটো আৰু নাকৰ তলত লাগি থকা তেজৰ দাগটো ভালদৰে চালে। চাই সুধিলে, "কি হ'ল, কাৰোবাৰ লগত কাজিয়া কৰিলি নেকি?"

অনিৰুদ্ধই সহজভাবে উত্তৰ দিলে, "নাই। কাৰো লগত কাজিয়া কৰা নাই।"

"তেনেহলে, এইবোৰ কেনেকৈ হ'ল?"

সি অলপ খেৰো গেথো কৰিলে। তাৰ পিছত ক'লে, টমছন চাহাব মাৰিছে।"

"টমচন চাহাবে ? কিয় ?" বেণুৰ চকু-মুখত বিস্ময় আৰু বেদনা।

অনিকদ্ধই খুড়ীয়েকৰ প্ৰশ্নৰ উত্তৰ নিদিলে। খুড়ীয়েকেও দুনাই সুসুধিলে। কেইটামান নীৰৱ মুহূৰ্তই ছুয়োকো চুই গ'ল। ঘৰৰ ওপৰেদি চিঁ চিঁ শব্দ কৰি এটা চিলনী উৰি গ'ল।

অলপ পৰ পিছত অনিকদ্ধই আকৌ মাত লগালে, "খুড়ীদেউ।"

বেণুৱে তাৰ চকুলৈ চালে।

"মই আৰু স্কুললৈ নাযাওঁ।"

"তই তেনেকুৱা কথা নকবি, মইনা। স্কুললৈ নগৈ তই কি কৰিবি ? তই স্কুল এৰিব নোৱাৰ। স্কুললৈ যাবই লাগিব।" মাসুহজনীৰ কণ্ঠত মিনতিৰ সুৰ বাজি উঠিল।

খুড়ীয়েকে দঢ়াই দঢ়াই বুজোৱা স্বত্তেও অনিকদ্ধ স্কুললৈ ন'গল। তাৰ সিদ্ধান্ত খাটাং।

খুড়ীয়েকৰ কাষৰ পৰা আহি সি পুনৰ তাৰ কোঠাত সোমাল। তাৰ সিদ্ধান্তৰ কথা সি লুকাই নাৰাখে। ঘৰৰ মানুহকো জনাই দিব। এক প্ৰৱল উত্তেজনাৰে সি মাকৰ নামত ঘৰলৈ চিঠি এখন লেখিবলৈ বহিল।

বেলিৰাম পত্ৰুলি মুখত থিয় দি আছে। বহুদিন অনিকদ্ধৰ একো খা-খবৰ পোৱা নাই। এই লৈ ঘৰৰ আটাইয়ে চিন্তা। বেলিৰামৰ মনতো চিন্তা হৈছে। বেছিকৈ চিন্তা হ'লে সি নিজকে নিজ বুজায় —চিন্তা কৰিবলৈ কি হৈছে। সি পঢ়িবলৈহে গৈছে। পঢ়ি-শুনি ডাঙৰ মানুহ হ'ব লাগে—সেইবাবে সি একেবাৰে পঢ়াতে মনপুতি লাগিছে। চিন্তা কৰাৰ পৰা কি লাভ হ'ব ?

বেলিৰামে লক্ষ্য কৰিলে, এজন বাটকৰা তাৰ ফালে আগুৱাই আহিছে। উত্তেজনাত অধীৰ হৈ ফুচ্‌ফুচ্‌কৈ বাটকৰাজনে বেলিৰামৰ আগত এটা খবৰ দিলে। বুধবৰীয়া হাটত মাজে মাজে ওলোৱা মস্ত চাহাবটোৰ খবৰ। 'ভাইচৰয় ভাইচ্‌ৰয়' বুলি কৈ ফুৰা সেই চাহাবটোক-

কোনোবাই প্ৰাণে মাৰিলে। পথাৰৰ পকাধানৰ মাজত তাৰ লাচ ওলাইছে। কাউৰী শগুণে খুঁটিয়াই একাল নোহোৱা কৰাৰ পিছতহে গাঁৱৰ মানুহৰ চকুত পৰিছে। খবৰটো এতিয়াও গৈ টাউন পোৱা নাই। টাউন পালেই মিলিটাৰীৰে গাওঁ ভৰি পৰিবহি। গভিকে বাটকৰাজনে বেলিৰামক অলপ সজাগ হৈ থাকিবলৈ ক'লে। যাওঁতে তেওঁ আৰু ক'লে যে ডাকঘৰত বেলিৰামহঁতৰ ঘৰৰ নামত এখন চিঠি আহি আছে বুলি তেওঁ শুনিছে।

চাহাবৰ মৃতদেহ ধাননিৰ মাজত ওলোৱা কথাটো ঘৰত জনাই বেলিৰামে ডাকঘৰলৈ খোজ ললে।

ডাকঘৰ নামতহে। ধনীৰাম দোকানীৰ গেলামালৰ দোকানতে সেইটো। ধনীৰামেই পোষ্টমাষ্টৰ, পিয়ন সকলো। কাৰোবাৰ চিঠি-পত্ৰ আহিলে তেওঁ হয় কাৰোবাৰ হাতত দি পঠায়, নহলে খবৰ দি পঠায়। মনি অৰ্ডাৰ আহিলে ধনীৰামে নিজে গৈ টকাখিনি উলিয়াই লয়। নিজৰ বাকীৰ বহীত সেই নামত বাকী আছে নে চাই কাটি-কুটি লৈহে মনি অৰ্ডাৰৰ টকা দিয়ে। মনি অৰ্ডাৰৰ টকা প্ৰথমে চন্দুকত সোমায়। ধনীৰামৰ সুবিধামতেহে সেইবোৰ বিলি হয়।

বেলিৰামে লেখা পঢ়া নাজানে, কিন্তু চিঠিখন হাতত লৈ লিৰিকি বিদাৰি চায়েই সি অনুমান কৰিলে যে সেইখন অনিৰুদ্ধই দিয়া চিঠি। তাৰ হাতৰ আখৰৰ পাক কেইটা সি চিনি পায়।

সি উধাতু খাই দৌৰি আহি অনিৰুদ্ধৰ মাকৰ হাতত চিঠিখন দি ক'লে, "আই, আই, আমাৰ মইনাৰ চিঠি আহিছে।"

"মইনাৰ চিঠি বুলি তই কেনেকৈ জানিলি ?"

"কেনেকৈ জানিলোঁ। আয়ে ভাল ধেমালিখন কৰিছে। তাক মই ইমানটিৰ পৰা বোকাচাত লৈ ডাঙৰ কৰিলো, তাৰ হাতৰ আঙুলিবোৰ, আঙুলিৰ পাবকেইটা, জোঙা নখকেইটা—সকলো মোৰ চিনাকি। সকলোবোৰ মোৰ চকুৰ আগত ভাঁহি আছে। এতিয়া সেই কেইটা আঙুলিৰে লেখা আখৰ কেইটা মই চিনি নাপামনে ?"

চিঠিৰ ওপৰৰ আখৰকেইটা চাই মানুহজনীয়ে ক'লে, "তই ঠিকেই কৈছ, হয়, মইনাৰ হাতৰ আখৰ।"

"মই সদায় ঠিক কথাকেই কওঁ, আই।"

চিঠিখন খুলি লৈ অধীৰ আগ্ৰহেৰে মানুহজনীয়ে পঢ়ি যাবলৈ ধৰিলে।

বিছনাত অনিৰুদ্ধৰ পিতাকে এবাৰ কাঁহিলে। অৰ্থাৎ, চিঠিখন অহা তেওঁ গম পাইছে, চিঠিখনক কেন্দ্ৰ কৰি তেওঁ লোকৰ মাজত হোৱা কথা-বতৰাও তেওঁ শুনিছে। এতিয়া চিঠিত কি লিখা আছে, সেই কথা জানিবলৈহে তেওঁৰ মন উদগ্ৰীৱ হৈ উঠিছে। এবাৰ বিছনাৰ পৰা উঠিবলৈও তেওঁ চেষ্টা কৰিলে; কিন্তু নোৱাৰিলে। বিছনাত পৰি থাকোতে থাকোতে তেওঁৰ হাত-ভৰিত শক্তি নোহোৱা হৈছে. কঁকালখনতো এটা বিষ আৰম্ভ হৈছে।

চিঠিখনৰ মাজখানতে অনিৰুদ্ধৰ মাকৰ চকু থৰ হৈ গ'ল। বহলকৈ চকুহুটা মেলি দি তেওঁ বেলিৰামৰ মুখলৈ চালে। বেলিৰামৰ মুখত ভয় আৰু আশ্চৰ্য্যৰ ৰেখা ফুটি উঠিছে। অবাক হৈ সি সুধিলে, "কি হ'ল আই? হঠাৎ দেখোন বৈ গ'ল আপুনি?"

মানুহজনীয়ে একো নকলে। তেওঁৰ চকুৰ কোণেদি মাথোন দুটোপাল চকুলো বাগৰি আহি চিঠিখনতে টপৰ্ টপৰ্কৈ পৰিল। চকুলো দুটোপাল য'তে পৰিল ত'তে বহল হৈ গ'ল। তাতে 'ইতি আপোনাৰ মইনা' লিখা আছিল। চকুলোৱে আখৰ কেইটা ধুই নিলে।

উৎকণ্ঠিত হৈ বেলিৰামে আকৌ সুধিলে, "কিবা বেয়া খবৰ আছে নেকি আই? মইনাৰ কিবা অসুখ—বিসুখ—"

যিমান পাৰি সিমান নিজকে সংযত কৰি মানুহজনীয়ে উত্তৰ দিলে, "অসুখ-বিসুখ হোৱা নাই।"

"তেনেহলে কি হৈছে?"

"সি স্কুললৈ যাবলৈ এৰি দিছে।"

"মইনাই ভল এৰিছে !"

"উঁ।"

"কিয় আই, কিয় সি এই কাম কৰিলে ? তেওঁলোকে তাক বাধা দিব নোৱাৰিলেনে ? কিয় তাক শাসন কৰিব পৰা নাই ?" বেলিবামে যন্ত্ৰণাত ছটফটাবলৈ ধৰিলে। বহুদিনৰ যত্ন আৰু আশাৰে সজা ঘৰ এটা যেন হঠাৎ ভাগি পৰিল।

"সি শাসন মনা ল'ৰা জানো ? তাক কোনে শাসন কৰিব ?" গভীৰ বেদনাত অনিৰুদ্ধৰ মাকে ক'লে, "মই বুজিছো বেলিবাম, তাকো কৃষ্ণকান্তৰ বায়ুৱে পালে। ইমান ভাল চাকৰিটো কৃষ্ণকান্তই হেৰুৱালে। কাৰ দোষত ? নিজৰ দোষত। এতিয়া তেওঁ লাগিছে চৰকাৰ বিৰোধী কামত। মই সকলো বুজি পাইছোঁ।"

অনিৰুদ্ধৰ পিতাকে বিছনাৰ পৰাই সকলো কথা শুনি আছিল। এনেতে বেলিবামে সি চিঠিখন তেওঁৰ হাতত দিলে। খেপিয়াই খেপিয়াই বিতচকুযোৰ লৈ তেওঁ চিঠিখন পঢ়িবলৈ ল'লে। আজিকালি হাত-ভৰি কঁপে। চিঠিখন ধৰি থাকিবলৈ তেওঁৰ বৰ কষ্ট হ'ল।

অনিৰুদ্ধই স্কুল এৰা খবৰটোৰ লগতে আৰু এটা খবৰ তেওঁ চিঠিখনৰ পৰা উদ্ধাৰ কৰিলে। সেইখবৰ কৃষ্ণকান্তৰ। কৃষ্ণকান্ত নিখোজ হৈছে। আগে পিছেও নোহোৱা হৈছিল, কিন্তু সেয়া আছিল দুই-এদিনৰ বাবে। এইবাৰ ভালেদিন হৈ গ'ল—কৃষ্ণকান্তৰ কোনো খবৰ নাই।

"হেৰা, আৰু শুনিছা নে নাই ?" মানুহজনৰ চিঞৰত অনিৰুদ্ধৰ মাক ওচৰলৈ দৌৰি আহিল, "ইয়াৰ কথাও লেখিছে নহয় চিঠিত। সেই কুলাংগাৰটোৰ কথা !"

"কি, কৃষ্ণকান্তৰ কথা কি লিখিছে ?"

"কি লিখিব আৰু ! সি হেনো ঘৰৰ পৰা নোহোৱা হৈছে। এজনী মানুহ—তাকে পুহিব নোৱাৰ ! অপদাৰ্থ।" হঠাৎ তেওঁৰ এটা কাঁহ উঠিল। কাঁহটো যি উঠিল, নাথামিল—মানুহজন একেবাৰে

থৰমৰ পৰি গ'ল। অনিকদ্ধৰ মাক আক বেলিবামে মূৰত তেল-পানী দি বিছনীৰ বা দিয়াতহে তেওঁ সুস্থিৰ হ'ল।

তাৰ পিছত সেহাই সেহাই তেওঁ কবলৈ ধৰিলে, "মই আগতেই এবাৰ কথাটো ভাবিছিলোঁ—তাক কৃষ্ণকান্তৰ লগ লাগিব দিব নালাগিছিল। বৰ ভুল কৰিলোঁ। অঁ—এতিয়া ভাবিলে কি হ'ব? যি হ'ব লাগে হৈয়ে গ'ল। কৃষ্ণকান্তই মোক আৰু এটা কামোৰ মাৰিলে।"

"আপুনি তৎক্ষণাৎ তেনেকৈ কিয় কৈছে? কৃষ্ণকান্তৰ গাত দোষটো কিয় দিছে? কথা বা কি! ঘটনা বা কি!"—মানুহজনীয়ে মাজতে ধৰিলে।

"তোমালোকে নুবুজা। কৃষ্ণকান্তৰ মতি-গতি আগৰে পৰা বেয়া। বিয়াও কৰালে তেনেকৈ—সাতোটামান জেঙা লগাই। দিছোঁ নহয় ঘৰৰ পৰা বাহিৰ কৰি। অঁ, মোৰ লগত জেদ ধৰি তই মানুহ হচোন। তেতিয়াও মনে মনে মই শান্তি পাম। মানুহতো নহলিযেই, একেবাৰে ৰসাতলে গ'লি। লগতে তাকো নিলি। উস্ উস্, কৃষ্ণ প্ৰভু, বৰ ভুল কৰিলোঁ।" কথাখিনি কৈ মানুহজন ভাগৰত অৱশ হৈ পৰিল।

## ছয়

ঘৰৰ পৰা ওলাবৰ দিনাই কৃষ্ণকান্তই পোনে পোনে ডিব্ৰুগড়ৰ বেৰীহোৱাইট মেডিকল কলেজলৈ গ'ল। তাত ঢাকাৰ ডাক্তৰ এজন আছে। খানচাহাবৰ জৰিয়তে তেওঁৰ সৈতে কৃষ্ণকান্তৰ ভাল চিনাকী। এবাৰ তেওঁ গুৱাহাটীলৈ আহোতে কৃষ্ণকান্তৰ ঘৰলৈও আহিছিল। তেওঁকে কৃষ্ণকান্তই সকলো অসুখ দেখুৱায়। এইবাৰো ডিব্ৰুগড়ত ডাক্তৰে তেওঁক ভালৰে পৰীক্ষা কৰিলে। কৰি এক প্ৰকাৰ খাটাংকৈয়ে ক'লে দোষটো কৃষ্ণকান্তৰ নিজৰ। আশা নাই। গতিকে, ল'ৰা-ছোৱালীৰ আশা একেবাৰে এৰি তেওঁ দেশৰ কামত লাগি যোৱাই ভাল।

ডাক্তৰৰ পৰা চিঠি এখন লৈ কৃষ্ণকান্ত ডিব্ৰুগড়ৰ পৰা ৰেংগুনলৈ গ'ল। ৰেংগুনৰ কেম্পত তেওঁ বৃটিছ-বিৰোধী দেশৰ বহু কেইজন সামৰিক নেতাক লগ পালে। তেওঁলোকৰ সৈতে ভাৰতৰ—বিশেষকৈ অসমৰ—বিশেষ সমস্যাবোৰ সম্পৰ্কে আলোচনা কৰিলে। তেওঁলোকে যুদ্ধৰ বাহিৰে আন একোতে বিশ্বাস নকৰে। শান্তি স্থাপন হলেও বন্দুকৰ জৰিয়তে, যুদ্ধৰ জৰিয়তেই হ'ব লাগিব। ভাৰতে পৃথিৱীৰ কোনো বিশিষ্ট সামৰিক শক্তিৰ সৈতে হাত মিলাই গৰিলাযুদ্ধত অৱতীৰ্ণ নহলে বৃটিছৰ হাতৰ পৰা উদ্ধাৰ নাপায়। দুজন জাৰ্মান সামৰিক বিষয়াই কৃষ্ণকান্তক পোনপটীয়াকৈ ক'লে, "কাম এণ্ড জইন আছ্। অৰ গো টু' হে'ল!" তেওঁলোকে কৃষ্ণকান্তক বাৰ্লিনলৈ লৈ যাব খুজিছিল। তেওঁ নগ'ল।

বেংগুনত কেইমাহমান থকাৰ পিছত কৃষ্ণকান্ত পুনৰ গুৱাহাটীলৈ ঘূৰি আহিল। ব্ৰহ্মদেশৰ পাহাৰীয়া বাটেৰে আহোঁতে কৃষ্ণকান্তৰ বহুত অভিজ্ঞতা হ'ল, উপলব্ধি হ'ল। তেওঁৰ মনত এই ধাৰণা বদ্ধমূল হ'ল যে বিদেশী শক্তিৰে যুঁজিবলৈ হ'লে সংগঠনহে প্ৰধান কথা। কিছুদিনলৈ নিৰাপদ যেন দেখি তেওঁ গুৱাহাটীত গোপনে-বৃটিছ চৰকাৰৰ বিৰুদ্ধে সংগঠন-কাৰ্য আৰম্ভ কৰিলে। তেওঁৰ এই কাৰ্যত প্ৰধান সংগী হ'ল বিদ্যাভূষণ বৰুৱা।

সংগঠনৰ প্ৰথম চাপতে বিদেশী বস্ত্ৰ বৰ্জনৰ আয়োজন চলিল। এদিন সন্ধিয়া এটা প্ৰকাণ্ড টোপোলা মূৰত লৈ কৃষ্ণকান্ত আহি ঘৰ সোমাল। আহিয়েই ঘৰৰ পিছফালে টোপোলাটো মাটিত বগৰাই থৈ তেওঁ চিঞৰি চিঞৰি ঘৈনীয়েকক মাতিলে, "হেৰা, শুনিছানে ?"

অনিৰুদ্ধৰ ঘৰত নাই। আজি বা আকৌ ক'ত কি অঘটন ঘটিল—এই ভাবি বেণু কৃষ্ণকান্তৰ ওচৰলৈ দৌৰি আহিল।

তেওঁ সুধিলে, "আজিও ক'ৰবাত কিবা হ'ল নেকি ?"

"হোৱা তেনেকৈ একো নাই ৰ'বা। যোৰাচোন, বেগতে চাকিটো লৈ আহা।"

"চাকিটো! কিয় ?

"এতিয়া দেখিবাই নহয়, সুধি লাভ কি ?"

বেণুৱে ইতস্ততঃ কৰি থাকোতে কৃষ্ণকান্তই পুনৰ অস্থিৰভাৱে ক'লে, "এইসোপা কাপোৰ বুইছা। বিদেশী বস্ত্ৰ। মানচেষ্টাৰ মিলৰ কাপোৰ। পাণবজাৰৰ বেনাৰ্জীৰ দোকানত লুকাই থোৱা আছিল। আমি এক প্ৰকাৰ ডকাইতি কৰিয়েই আনিছোঁ। আনা, চাকিটো আনা, জ্বলাই দিওঁ।"

কৃষ্ণকান্তক হকাবধা কৰি লাভ নাই। তেওঁৰ সৈতে কোনো

যুক্তি-তৰ্কও নাখাটে। এই কথা বেণুৱে জানে। কৃষ্ণকান্তই মাটিত দলি মাৰি যওঁতে টোপোলাটো খুলি গৈছিল। ভিতৰৰ কাপোৰ-যোৰলৈ বেণুৰ চকু গ'ল। সুন্দৰ সুন্দৰ কাপোৰ। কাপোৰখিনি পুৰি নোপোলাই ঘৰতে ৰাখি থবলৈ বেণুৰ এটা হেঁপাহ হ'ল। কিন্তু এই কথা খুলি কবলৈ তেওঁৰ সাহ নহ'ল। আজিলৈকে মানুহজনৰ সকলো খেয়াল-খুচীৰ ওচৰত তেওঁ সেও হৈ আহিছে। এতিয়া আৰু প্ৰতিবাদ কৰাৰ সময় নাই। এনে ভাবত নিৰুপায় হৈ তেওঁ চাকিটো আনি কৃষ্ণকান্তৰ হাতত দিলে। হাত পাতি চাকিটো লওঁতে কৃষ্ণকান্তৰ চকুহুটালৈ লক্ষ্য কৰিলে। খং আৰু প্ৰতিহিংসাৰ হুকুৰা জুই জ্বলি আছে সেই হুটা চকুত। চাকিটো দিয়াৰ পিছত বেণু কৃষ্ণকান্তৰ কাষৰপৰা গুচি আহিল। ইমানবোৰ নতুন কাপোৰ চকুৰ আগতে ছাঁই হৈ যোৱাৰ দৃশ্যটো চাই থাকিবলৈ তেওঁৰ সত নগ'ল।

ঘৰত সোমোৱাৰ অলপ পিছতে বেণুৱে পোৰা কাপোৰৰ গোন্ধ পালে। মানুহৰ গাৰ গোন্ধৰ লগত এই গোন্ধৰ অদ্ভুত মিল আছে। কাপোৰৰ জুইৰ লগে লগে ওলোৱা ক'লা বগা এসোপা ধোঁৱা ওপৰলৈ উঠিবলৈ ধৰিলে।

পাকঘৰৰ এচুকতে গোঁসাইৰ থাপনা। বেণুৱে গোঁসাইৰ আগত চাকি গছ জ্বলাই দি এখন্তেক নীৰৱে সেৱা কৰিলে। সেৱা কৰোতে একো নভবাকৈয়ে তেওঁৰ মনলৈ সদায় কিছুমান চিন্তা আহে। আজিও আহিল। কিছুমান খেলিমেলি, অসংলগ্ন চিন্তা। তথাপি সকলো খেলিমেলিৰ অন্তৰালত এটা কেন্দ্ৰ বিন্দু আছে, বিশেষ কিছুমান কথা আছে। কৃষ্ণকান্ত আৰু অনিৰুদ্ধৰ কাৰ্য্যকলাপে মানুহজনীৰ মনত হুখ আৰু বেদনাৰ তোলপাৰ ঢৌৰ সৃষ্টি কৰিছে। আটাইতকৈ হুখ লাগিল অনিৰুদ্ধৰ কথা ভাবি। তেওঁৰ জীৱনৰ শূন্য ঠাইখিনি অনিৰুদ্ধই পূৰাব পাৰিব বুলি তেওঁ খুব আশা কৰিছিল। কিন্তু, শেষত সেই আশাও মৰিমুৰ হ'ল। জীৱনত দ্বিতীয়বাৰৰ বাবে তেওঁ অনিৰুদ্ধৰ পথা আৱৰি পালে। সিও শেষত কৃষ্ণকান্তৰ পথকে গ্ৰহণ কৰিলে।

চাকিৰ শিখাটোলৈ চাই মানুহজনীয়ে আকুল অন্তৰেৰে এটি প্ৰাৰ্থনা কৰিলে—ভগৱানে হেন কৃষ্ণকান্ত আৰু অনিৰুদ্ধক সুমতি দিয়ে, অন্ততঃ অনিৰুদ্ধৰ জীৱনটোক এটা গঢ় দিয়ে।

কপোৰখিনি পুৰি ছাঁই হৈ যোৱাত কৃষ্ণকান্ত অহি পিৰালিত বহিল। তেওঁৰ কাষতে পীৰা এখন পাৰি বেণুও বহিল। আন্ধাৰতে কৃষ্ণকান্তৰ মুখলৈ চাই তেওঁ সুধিলে "কাপোৰখিনি কিয় পুৰিলে?"

"বিদেশী বস্তু। সেইবাবে।" কৃষ্ণকান্তই চমুকৈ কৈ থলে।

"কিন্তু, কাপোৰখিনি পুৰিলে মানে আপুনি কিবা এটা বস্তু ধ্বংস কৰিলে। ধ্বংস কৰি কি কাম হ'ব?"

"কেতিয়া ধ্বংসৰ দ্বাৰাত নতুন বস্তুৰ উৎপত্তি হয়।"

"আপোনাৰ কথাবোৰ মই নুবুজোঁ।"

"শুনা বেণু, আজি আমাক যিটো বস্তুৰ বেছি প্ৰয়োজন সেইটো হৈছে স্বৰাজ—স্বাধীনতা, বৃটিছক আমাৰ ইয়াৰ পৰা খেদি লাগে।"

"স্বাধীনতা ইমান সোনকালে পোৱা বস্তু জানো? দীঘল বাট এটা দৌৰি দৌৰি চুটি কৰিব নোৱাৰে নহয়। আপোনালোকে হিংসা আৰু ধ্বংসৰ পথ কিয় লৈছে?"

"পথ কি লৈছোঁ সেইটো আমি বৰ দৰ্কাৰী কথা বুলি নাভাবোঁ। দৰ্কাৰী কথা পথৰ শেষটোহে। আমি ইংৰাজসকলক ভয় খুৱাব খুজিছোঁ।"

সামান্যভাৱে হাঁহিবলৈ চেষ্টা কৰি বেণুৱে ক'লে, "সাত সাগৰ তেৰ নদী পাৰ হৈ অহা ইমান সাহসী জাতি এটাক ভয় খুৱাব পাৰিবনে?"

"কিয় নোৱাৰিম? গোটেই দেশৰ মানুহ ওলাই আহকচোন, সিহঁতৰ সাহস চাওঁ।"

"কৃষ্ণকান্তৰ কথা শুনি বেণুৰ এনে লাগিল যেন এটা সক ল'ৰাৰ সৈতেহে তেওঁ কথা পাতি আছে। মানুহজনৰ কথাবোৰ কিবা আঁকোৰ গোজ ধৰণৰ। বুজিও নুবুজে। কিবা এক অদ্ভুত-অলীক কল্পনাৰ মোহত যেন তেওঁ সোমাই আছে। বৈয়াময় জীৱন দি কথা এটা

যেন মাহ; বৈয়াম্বৰ পৰা ওলাই যাব নোৱাৰে বুলি জানিও নদীত সাঁতোৰাৰ দৰে ফিঞ্চা মাৰে।

প্ৰসংগ সলনি কৰাৰ উদ্দেশ্যে তেওঁ ক'লে, "ইন্নাৰ কথা—মইনাৰ কথা আপুনি কি ভাবিছে ?"

"মইনাৰ কথা মই কি ভাবিম ?

"সকলো কথাকে এৰাই চলাটো আপোনাৰ স্বভাৱ।"

"তেনেহলে, তুমি চিন্তা কৰা।"

"আপুনি তাক যদি নাচায়, গাঁৱৰ ঘৰখনে আমাক দুষিব। হাজাৰ হওক, সি আমাৰ দায়িত্বও আছে।"

সিতো এতিয়া সৰু ল'ৰা নহও, চফল ডেকা। ভাল-বেয়া বিচাৰ কৰিব পৰা সি নিজে হৈছে।"

বাহিৰত আন্ধাৰ ঘন হৈ আহিবলৈ ধৰিছে। বহুত পৰলৈ দুটা শিলামূৰ্তিৰ দৰে দুয়ো নীৰৱে পিৰালিত বহি থাকিল। দুয়ো তেনেকৈ বহি থাকোতেই নাট্য সমাজৰ ঘৰটোৰ পৰা এটা সুমধুৰ সুৰ ভাঁহি আহিল। নাৰীকণ্ঠৰ মীৰা ভজন। বতাহত ঢৌ খেলি খেলি গানৰ সুৰটোৱে কৃষ্ণকান্ত আৰু ৰেণুৰ গাৰ কাষত যেন নাচিবলৈ ধৰিলে। অলপ পৰ সুৰটো কাণ পাতি শুনি ৰেণুৱে সুধিলে, "কোনে গাইছে ?"

"নাজানো।'

"কিন্তু—'

"এৰা, মাতটো বৰ মিঠা, নহয় ?'

"ওঁ, মাতটো চিনি পাওঁ চিনি পাওঁ যেন লাগিছে।"

"তুমি চিনি নাপাবা, কিন্তু মই পাওঁ।"

"আপুনি চিনি পায় ? কাৰ মাত ? কোনে গাইছে ?"

কৃষ্ণকান্তই ৰহস্য কৰি হাঁহিলে। ৰেণুৱে হাঁহিটো নেদেখিলে। মানুহটো তেনেকুৱাই। তেওঁৰ প্ৰতিটো কথাতে কিবা এটা ৰহস্য, কিবা এটা ইংগিত লুকাই থাকে। ৰেণু হঠাতে গহীন হৈ পৰা দেখি

কৃষ্ণকান্তই ক'লে, "নাই নাই, এনেয়ে কলোঁ। মই চিনি নাপাওঁ। ক'ব ছোৱালী, কি কথা জানিবলৈ মোৰ সময়েই বা কত ?"

নাট্য-সমাজৰ গানৰ মজলিছত সেয়া মায়া। সদায় এই মজলিছ বহে। বিহাবাৰীৰ পৰা তাই আহে। গান বাজনাৰ শেষত ছোৱালীজনীক বাতি অনিৰুদ্ধই গৈ ঘৰত আগবঢ়াই থৈ আহে। বেণুৱে এই খবৰ নাপালেও কৃষ্ণকান্তই পায়। ইচ্ছা কৰিয়েই তেওঁ বেণুৰ আগত ৰহস্যৰ ভেদ ভাঙি নিদিলে।

এটা সময়ত গানৰ সুৰটো বন্ধ হ'ল।

বেণু লাহেকৈ কৃষ্ণকান্তৰ কাষৰ পৰা উঠি পাকঘৰলৈ গ'ল। কৃষ্ণকান্তই দুটামান কাঁহ মাৰি পিৰালিৰ পৰা নামি নঙলামুখ পালে। পদুলিমুখৰ কৰবীজোপাৰ এটা ফুৰ ফুৰীয়া পাতল গোন্ধ আহি তেওঁৰ নাকত লাগিল। পদুলিৰ-পৰা অলপ আগুৱাই গৈ তেওঁ আন্ধাৰতে ঘাই আলিটোলৈ চাই পঠিয়ালে। নাট্য সমাজৰ ঘৰটোৰ সন্মুখতে দুটো মানুহ থিয় দি থকা যেন লাগিল। চিনিবৰ কোনো উপায় নাই। মাত লগাবলৈও অসুবিধা। মাতিলেও তেওঁৰ মাতটো এই সুৰুকীয়া বাটটোৰ মূৰলৈকে যাব নে নাযায় সন্দেহৰ কথা। আকৌ এটা কাঁহ মাৰি কৃষ্ণকান্ত পুনৰ পদুলি মুখলৈ আহিল তাৰ পিছত লাহে লাহে তেওঁ পিৰালিত উঠিলহি।

কৃষ্ণকান্তৰ কাঁহৰ শব্দ শুনি মানুহদুটা ক্ষন্তেকৰ বাবে কিছু আঁতৰি গ'ল। পিছত পুনৰ লগ লাগিল।

মানুহদুটা আন কোনো নহয়—অনিৰুদ্ধ আৰু মায়া। বিহাবাৰীৰ গোপাল দাসৰ ছোৱালী মায়া। যিজনী ছোৱালীক অনিৰুদ্ধই এদিন ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা উদ্ধাৰ কৰিছিল। গোপাল দাস বিহাবাৰীৰ পুৰণি মানুহ, ধনী ব্যৱসায়ী। আৰম্ভণিৰে পৰা তেওঁ স্বদেশী আন্দোলনৰ বিৰোধিতা কৰি আহিছে। কৃষ্ণকান্তহঁতৰ গোপন কাৰ্য-কলাপৰ কথাও তেঁৱে পুলিচক জনায়। গোপাল দাসৰ কথা মনত পৰাৰ লগে লগে কৃষ্ণকান্তৰ খং উঠিল।

কৃষ্ণকান্ত আৰু গোপাল দাসৰ মাজত থকা শত্ৰুতাৰ কথা অনিৰুদ্ধই জানে। তাক এই কথা কৃষ্ণকান্তই এদিন কথা প্ৰসংগত কৈছিল। লগতে তাক সকিয়াই দিছিল গোপাল দাসৰ পৰা সাৱধান হৈ চলিবলৈ। মায়াই কিন্তু এইবোৰ কথাৰ একো সম্ভেদ নাপায়। সকতে তাইক মৃত্যুৰ মুখৰ পৰা উদ্ধাৰ কৰা ল'ৰাজনৰ নামটো জানিবলৈ, তাক এবাৰ চাবলৈ তাইৰ মনত অপাৰ কৌতূহল হৈছিল। এতিয়া ডাঙৰ হৈ তাই অনিৰুদ্ধৰ সান্নিধ্য লাভ কৰি বুজি পাইছে, অনিৰুদ্ধ সঁচাকৈয়ে অসীম সাহসী, অপৰিসীম শক্তিশালী। তাৰ কণ্ঠস্বৰো সুমধুৰ। সুন্দৰ বৰগীত গায়। ভাল অভিনয় কৰে। নিজে নাটক লেখে। গীত লেখে। তাৰ বাহিৰখন দেখাত যিমান কঠুৱা, যিমান কৰ্কশ . ভিতৰখন সিমান কোমল, সিমান সুন্দৰ। ক'ব নোৱাৰকৈয়ে মায়া তাৰ প্ৰতি দুৰ্বাৰভাবে আকৃষ্ট হৈছে। আবেলি হ'লেই নাট্য সমাজৰ ঘৰত অনিৰুদ্ধক লগ পাবলৈ তাইৰ মন উদ্ধাউল হৈ উঠে। গোপাল দাসে গম নোপোৱাকৈয়ে তাই নাট্য সমাজলৈ আহে, যাওঁতে অনিৰুদ্ধৰ লগত যায়। মায়াইঁতৰ ঘৰৰ সন্মুখৰ লোহাৰ গেটৰ পৰা অলপমান দূৰত থাকি সি মায়াক ঘৰত আগবঢ়াই থয়। বাপেকে গম নেপোৱাকৈ তাই ঘৰ সোমায়।

আজিকালি অনিৰুদ্ধই সপ্তাহত দুদিনকৈ জাহাজঘাটত মাল বস্তু কঢ়িওৱা কাম কৰে। জাহাজত মাল বোজাই দিয়া, কেতিয়াবা নমোৱা—এয়ে কাম। মাজে মাজে ৰেল ষ্টেচনতো সি কাম কৰে। ইয়াৰ পৰা হোৱা উপাৰ্জনৰ আধা সি খুড়ীয়েকৰ হাতত দিয়ে, আধা তাৰ নিজা কামত খটুৱায়। বিদ্যাভূষণ ককা আৰু খুড়াকৰ আদৰ্শ মতে সিও এতিয়া সম্পূৰ্ণৰূপে স্বদেশী আন্দোলনৰ কৰ্মী হৈ উঠিছে। তাৰ লগৰ মইনুল, খোকন আৰু [illegible]

[illegible]। সংঘৰ কাৰ্যালয় হৈছে বিদ্যাভূষণ [illegible] [illegible] এটা কোঠা। কোঠাটোৰ সন্মুখৰ বেৰখনত এভাবেৰে ঘঁহি ঘঁহি [illegible] লেখিছে সংঘটোৰ নাম—'মিলন সংঘ'। বংগদেশৰ অংগচ্ছেদ কৰাৰ বিৰুদ্ধে আৰু অসমৰ লগত পূৰ্ববংগক সাঙুৰি দিয়াৰ বিৰুদ্ধে সমগ্ৰ উত্তৰ-পূৰ্ব ভাৰতত প্ৰবল প্ৰতিবাদৰ জোঁৱাৰ উঠিছে। ইয়াকে লৈ এই [illegible] স্বদেশী আন্দোলনৰ ধুমুহা ববলৈ ধৰিছে। স্বদেশী গ্ৰহণ আৰু বিদেশী বৰ্জনৰ ধুম উঠিছে। দেখাত বংগ আৰু অসমৰ স্বাৰ্থৰ সাদৃশ্য থকা বাবে সঘহতে দুই ৰাজ্যতে একে ধৰনৰ অনুষ্ঠান—সংঘ আদি এই সময়তে গঢ়ি উঠিল। কলিকতা, শ্ৰীহট্টৰ কথাই নাই, অসমৰ গুৱাহাটীত এই ধুমুহাৰ পৰা বাদ নপৰিল। অনিৰুদ্ধহঁতৰ মিলন সংঘও এই ধুমুহাৰে সৃষ্টি। ডিব্ৰুগড়, শিলচৰ আদিতো এনে সংঘ স্থাপিত হল।

সংঘৰ কামত ঘনিষ্ঠভাৱে ব্যস্ত থাকিবলগীয়া হোৱাত অনিৰুদ্ধৰো স্বভাৱে কৃষ্ণকান্তকে অনুসৰণ কৰিবলৈ ধৰিলে। কেতিয়া ঘৰলৈ আহে, কেতিয়া ওলাই যায়, ক'লৈ যায় বেণুৱে নাজানে। অৱশ্যে অনিৰুদ্ধৰ সকলো কথা কৃষ্ণকান্তই গম পায়। লগতে এইটোও গম পায় যে অনিৰুদ্ধহঁতৰ 'মিলন সংঘ'ই এতিয়া অসমৰ একমাত্ৰ অনুষ্ঠান যিটো অনুষ্ঠান এতিয়া স্বদেশী আন্দোলনৰ একমাত্ৰ কেন্দ্ৰ হৈ উঠিছে। নাট্য সমাজৰ সৈতেও অনিৰুদ্ধৰ সম্পৰ্ক ঘনিষ্ট হৈয়ে আছে।

এদিনাখনৰ কথা। মিলন সংঘৰ কোঠাত এখন টুলত বহি অনিৰুদ্ধ কিবাকিবি কিছুমান অদ্ভুত কল্পনাত বিভোৰ হৈ আছে। কোঠাত আন কোনো নাই।

এনেতে মইনুল ক'ৰবাৰ পৰা কোপাই জোপাই লৰি আহি তাৰ সন্মুখত থিয় হ'ল। সি আহিয়েই পোনছাটে সুধিলে, "অ'ই অনিৰুদ্ধ, শুনিছনে নাই?" নি খকুমকুকৈ সাৰ পোৱাৰ দৰে টুলখনৰ পৰা নামি থিয় হ'ল। "কলিকাতাৰ পৰা তিনিজন মানুহ আহিছে আমাৰ [illegible]।"

তথাপি কোনো ৰকমৰ আশ্চৰ্য ভাব প্ৰকাশ নকৰাকৈ সি সুধিলে, "কোন আছিছে ?"

"বাৰীন ঘোষ, উল্লাসকৰ দত্ত আৰু ক্ষুদিৰাম বসু।"

নামকেইটা শুনি অনিৰুদ্ধ ভিতৰি ভিতৰি কিছু উত্তেজিত হ'ল। বিশেষকৈ ক্ষুদিৰামৰ নামটোৱে তাক এটা জোকাৰণি দি গ'ল। কিন্তু সি একো নকলে।

মইনুলে আৰু সুধিলে, "তেওঁলোকে আমাক মানে বিশেষকৈ তোক লগ পাব খুজিছে। যাবি ?" ইতিমধ্যে সংঘৰ কোঠাত আহি হেমন্ত আৰু খোকনো সোমালহি। সিহঁতৰ চকু-মুখতো মইনুলৰ দৰে একে উত্তেজনা, একে প্ৰশ্ন। অৰ্থাৎ, সিহঁত আটায়ে অনিৰুদ্ধৰ অনুমতিৰ বাবে বৈ আছে। সি যাম বুলি ক'লেই সিহঁত ফুৰ্তি পাব। অনিৰুদ্ধৰ সিদ্ধান্ত সিহঁতে মানি চলে।

কলিকতীয়া এনাৰ্কিষ্ট দলৰ প্ৰতি লাহে লাহে অনিৰুদ্ধৰ মনত সন্দেহৰ গজালি মেলিবলৈ ধৰিছে। ইয়াৰ কাৰণো নোহোৱা নহয়। স্বদেশী আন্দোলনৰ স্বাৰ্থত কলিকতীয়া দলে অসমৰ সৈতে হাত মিলাব খুজিছে যদিও তলে তলে তেওঁলোকৰ একাংশই অসমক পূৰ্ববংগৰ সৈতে চামিল কৰাব হকেও জনমত গঠন কৰাৰ কথা অনিৰুদ্ধই গম পাইছে। এইটো হবলৈ সি দিব নোৱাৰে। অসমৰ স্বাৰ্থৰ সুকীয়া ৰূপটো লাহে লাহে অনিৰুদ্ধৰ মনত স্পষ্ট হৈ আহিছে। চাহ ধান, তেল, কয়লা আৰু কাঠ-বাঁহেৰে উভৈনদী অসমৰ প্ৰতি সকলোৰে লোলুপ দৃষ্টি সি স্বদেশীয়েই হওক বা বিদেশীয়েই হওক।

অনিৰুদ্ধই গম্ভীৰ কণ্ঠে ক'লে,"অসমৰ পৰা বৃটিছক আমি অকলেই খেদিব লাগিব। বুজিছ, কলিকতীয়া দলৰ সহায় ল'লে আমাৰ বিপদ আছে।"

অনিৰুদ্ধৰ কথা শুনি মইনুলহঁতৰ মন সেমেকি গ'ল। কিবা এটা সাংঘাতিক ঘটনা কৰি ইংৰাজ সকলক এশিকনি দিবলৈ আজি বহুত দিনৰ পৰা সিহঁতৰ মন উচপিচাই আছিল। কলিকতাৰ

দলটোৰ সহায়ত কিবা কৰিব পাৰিব বুলি সিহঁতে বৰ আশা কৰিছিল। কিন্তু অনিৰুদ্ধই সিহঁতক নিৰাশ কৰিলে। হতাশ চাৱনিৰে মইনুলে এবাৰ অনিৰুদ্ধৰ ফালে, এবাৰ খোকন আৰু হেমন্তৰ ফালে চালে। অনিৰুদ্ধই সিহঁতৰ মনৰ গতি বুজি পালে। সি ভাবিলে, কিবা এক দুঃসাহসিক কাৰ্য অচিৰে হাতত ল'ব লাগিব, নহলে সংঘৰ সভ্য সকল হতাশ হৈ পৰিব। এবাৰ সিহঁতৰ মনবোৰ ভাঙি গ'লে সেইবোৰ জোৰা লগাবলৈ বহুত অসুবিধা হ'ব। অলপ সময় চিন্তা কৰি সি এটা সিদ্ধান্তলৈ আহিল। কথাটো বহুদিনৰে পৰা সি মনত লিবিকি বিদাৰি আছিল। আজি উপযুক্ত সময়ত সেইটোৱে তাৰ মন চঞ্চল কৰি তুলিলে।

হঠাতে এক সাংঘাতিক কথা ঘোষণা কৰাৰ দৰে সি সুধিলে, "মইনুল, মই এটা কাম কৰিব খুজিছোঁ, তহঁত মোৰ লগত থাকিবিন ?"

"কি কাম ?' মইনুলৰ লগতে বাকী দুজনৰো মুখ উজ্জ্বল হৈ উঠিল।

"এইযে দীঘলী পুখুৰীৰ উত্তৰ পাৰে য়ুৰোপিয়ান ক্লাবটো আছে, তহঁতে মন কৰিছনে ?"

"কৰিছোঁ। তাত চাহাবসকলৰ আড্ডা বহে, সিহঁতে মদ খায়, নাচে, ফুৰ্তি কৰে।"

"আৰু কি কৰে জান ? ক্লাবৰ ওচৰেদি দেশী মানুহ পাৰ হৈ গ'লে সিহঁতে ঠাট্টা কৰে। সিহঁতে আমাক কিজানি কুকুৰ-মেকুৰী বুলি ভাবে। এদিন এটা চাহাবে ক্লাবৰ ঘাঁহনিত কুকুৰ এটাক বিস্কুট খুৱাই আছিল। এনেতে যাওক সেইফালে এজন আমাৰ মানুহ। চাহাবটোৱে কুকুৰটোক খুৱাই থকা বিস্কুট এখন মানুহজনলৈ দলিয়াই দিলে, বুজিছ ?"

"ইমান অপমান সহ্য কৰি থাকিব নোৱাৰি।"

"ঠিকেই কৈছ। সেইটো ধ্বংস কৰিব লাগিব। ক্লাবটো জুই দি পুৰিব লাগিব।" শেষৰ কথা কেইটা কওঁতে অনিৰুদ্ধৰ মাতটো কঁপি উঠিল, "পাৰিবি ?"

"কিয় মোৱাৰিম ?"

এক গভীৰ উত্তেজনাত আটাইৰে চকু-মুখ উজ্জ্বল হৈ উঠিল।

অনিৰুদ্ধই ক'লে, "তেনেহলে, পলম কৰি লাভ নাই। কাইলৈ ৰাতিয়েই কামটো কৰা যাওক। ওলাবি।" অনিৰুদ্ধই গোটেই আঁচনিটো সিহঁতক বুজাই দিলে। আটায়ে তাৰ কথাও হুমভৰ দি ঘৰামৰি গুচি গল।

ফাগুন মাহ। গুৱাহাটীৰ আকাশ-বতাহতো ফাগুনমহীয়া প্ৰমত্ত বতাহৰ তুমুল খেল আৰম্ভ হৈছে। দুপৰীয়াৰ শুকান বতাহ জাক ৰাতিলৈ আৰু কোবাল হৈ উঠিল। ব্ৰহ্মপুত্ৰৰ বালিবোৰে বতাহত উৰি আহি ঘৰ দুৱাৰ, গছ-গছনি সকলোবোৰ বগা কৰি পেলালে। ইফালে অমাবস্যা ৰাতিৰ ঘোপমৰা আন্ধাৰে গোটেই গুৱাহাটীখন গ্ৰাস কৰি পেলাইছে। পোহৰ বুলিবলৈ আলিবাটৰ দাঁতিত বহুত দূৰে দূৰে জ্বলি থকা কেৰাচিনৰ লেম্পবোৰৰ বাহিৰে আন একো নাই। লেম্পবোৰৰ গাতো ধূলিৰ ডাঠ চামনি পৰিছে। সেইবোৰ যেন লেম্প নহয়, বৰফৰ মাজত পোত খাই থকা মৰা মানুহৰ খোলা চকুহে। নিষ্পলক চাৱনিৰে সেই চকুবোৰে যেন অনিৰুদ্ধহঁতকে চাই আছে।

ৰাতি ডেৰবজাৰ আগে আগে গৈ সিহঁতৰ চাৰিওজন দীঘলী পুখুৰীৰ পাৰত হাজিৰ হ'ল। জুই জ্বলাবলৈ কেৰাচিন তেলত জুবুৰিওৱা মৰাপাটৰ জৰী আৰু এটা জুইবাহ—এইখিনি বস্তু অনিৰুদ্ধৰ হাতত। পুখুৰীৰ পাৰত থকা জোপোহা কেন্দুগছজোপাৰ আঁৰত সিহঁত বহিলগৈ। কাৰো মুখত মাতবোল নাই। আলিবাটতো জনপ্ৰাণী নাই। কেন্দুজোপাৰ ডালত পৰি থকা কেঁচা এটাই সিহঁতৰ অজানৰ কেনে বুজি পালে। ফিং খপ্ খপ্ কৰি পাখি কোবাই উৰি গুচি গ'ল।

য়ুৰোপিয়ান ক্লাবটো আন্ধাৰত বুৰ গৈ আছে। [illegible]

এনেকৈ থাকোঁতে যদিও সি এতিয়া মিস্তাঁপ মাৰি শুই আছে। নিজান, নিস্তব্ধ ক্লাবঘৰটো যেন বুঢ়িহঁত সকলো কুকীৰ্তিৰ সাক্ষী।

এনেতে ৰেল ষ্টেচনত দুই বজাৰ ঘণ্টা পৰিল। বতাহৰ কোব কমি আহিবলৈ ধৰিছে। আৰু অলপ পলম কৰিলে, জুই জ্বলাবলৈ অসুবিধা হ'ব। এয়ে সুযোগ। হাতেৰে ইংগিত দি অনিৰুদ্ধ আগুৱাই গ'ল; পিছে পিছে খোকন, হেমন্ত আৰু মইনুল। মিলন সংঘৰ মনোবল অটুট ৰাখিবলৈকে অনিৰুদ্ধই এই কাম হাতত লৈছে।

মৰাপাটৰ জৰীডালত জুইশলা মাৰি জুই জ্বলাই অনিৰুদ্ধই এবে কোবে ক্লাবঘৰৰ বেৰেবে বগাই গৈ খেৰৰ চালখনত জৰীডাল খোচমাৰি দিলে। মুহূৰ্তৰ ভিতৰতে জুই দপ্‌দপ্‌কৈ জ্বলি উঠিল। বতাহ অলপ আছেই। বতাহৰ কোব লাগি জুই কোঁ-কোঁৱাই বাঢিবলৈ ধৰিলে। জুয়ে ঘৰটোৰ আধামান গ্ৰাস কৰাৰ পিছতহে চকিদাৰটোৱে সাৰ পালে। সাৰ পায়েই সি চিঞৰ-বাখৰ লগাই দিলে। অলপদূৰত থকা কাছাৰীঘৰৰ পৰা বিপদৰ সংকেত-ধ্বনি ভাঁহি আহিল। লাহে লাহে সেই সংকেত-ধ্বনিও প্ৰবল হ'ল পিছলৈ নাচাই চাৰিওজনে চাৰিদিশে প্ৰাণটাকি দৌৰ মাৰিলে।

চাহাব মেমসকলৰ আমোদ প্ৰমোদৰ কেন্দ্ৰস্বৰূপ ক্লাব ঘৰটো জুয়ে পুৰি ছাঁই কৰি পেলালে। ক্লাবঘৰৰ ভিতৰত বহুত দামী দামী বস্তু আছিল। সেইবোৰৰ এপদো নাবাচিল। সকলো ছাঁই হৈ যোৱাৰ পিছতহে জুই নুমোৱা দল এটা আহিল।

আন্ধাৰৰ মাজে মাজে দৌৰি দৌৰি অনিৰুদ্ধ আহি ৰেলষ্টেচন পালে। পুৱাৰ ৰেল ধৰিবলৈ অহা দূৰনিৰটীয়া যাত্ৰীৰে ষ্টেচনৰ সৰু প্লেটফৰ্মটো ঠাহখাই আছে। আটাইবোৰ যাত্ৰীৰ চকুতে টোপনিৰ আবেশ। সিও লাহেকৈ তাৰে মাজত সোমাই চকু দুটা মুদি দিলে জোৰকৈ। বুকুখনে ঢং ঢংকৈ মাৰি থকা সি শুনিলে। হাত ভৰিৰ কঁপনিটো এতিয়া নাই। বাকী কেইজন বা কোনফালে গ'ল। অৱশ্যে অনিৰুদ্ধই নিৰ্দেশ-

নির্দেশ দি থৈছে—কোনো যাতে ঘৰলৈ নাযায় ; আৰু যাতে কাইলৈৰ ভিতৰত গুৱাহাটীৰ পৰা আঁতৰলৈ নাযায়।

ৰাতিপুওৱাৰ লগে লগে গোটেই গুৱাহাটীতে হুলস্থুল লাগিল। পুলিচ-চোৰাংচোৱাই চাৰিওফালে পিয়াপি দিবলৈ ধৰিলে। পুলিচৰ প্ৰথম তালাচী চলিল বিদ্যাভূষণ বৰুৱাৰ ঘৰত। মিলন সংঘৰ কোঠাটোত খানাতালাচ কৰি তহিলং কৰিলে।

পুৱা অনিৰুদ্ধহঁতে ছেগ বুজি চাৰিওজনে ষ্টেচনত লগালগি হ'ল। আলোচনা কৰি চাৰিও পুনৰ এৰাএৰি হ'ল। মইনুলে লাখটকীয়াত এগৰাকী অকলশৰীয়া বুঢ়ী মানুহৰ ঘৰত আত্মগোপন কৰিলে। হেমন্ত আৰু খোকন গ'ল কামাখ্যা মন্দিৰৰ পূজাৰীসকলৰ মাজলৈ। অনিৰুদ্ধই দুদিন মান ষ্টেচনতে থাকি বোন্দা পাহাৰলৈ গ'ল। বোন্দা পাহাৰৰ নামনিত মিকিৰ মানুহৰ খেতি-বাতি, ঘৰ-দুৱাৰ আছে। তাতে খেতিৰ কামত সি মনপুতি লাগিলগৈ। অৱশ্যে, ইয়াৰ মাজতে সিহঁতে পুলিচৰ অলেখ-লেখ চাই লগালগিও হ'ল, স্থান পৰিৱৰ্তনো কৰিলে।

যুৰোপিয়ান ক্লাবটো ধ্বংস হোৱাৰ পিছত এদিন গোপাল দাসৰ ঘৰত গোপন বৈঠক বহিল। বৈঠকত ঘটনাটোৰ বিষয়ে আলোচনা হ'ল। মাযাই সিটো কোঠাৰ পৰা নিস্তব্ধ হৈ আলোচনাখিনি শুনিবলৈ চেষ্টা কৰিলে। এটা সুকভাৱে কোঠাটোৰ মানুহখিনিও দেখা পায় নেকি তাই চেষ্টা কৰি চালে। নেদেখিলে। এবাৰ চাহ-তামোল দিয়াৰ সুচল উলিয়াই তাই মানুহ কেইজন চাই ল'লে। মানুহ-কেইজনৰ মাজত গুৱাহাটীৰ দেশী পুলিচৰ উৰ্ধ্বতম বিষয়াজনক দেখি তাইৰ বুকুখন চিৰিংকৈ গ'ল। তাই ভাবিলে, এইবাৰ আৰু অনিৰুদ্ধৰ ৰক্ষা নাই। আলোচনাৰ মাজত কোনোবা এজনে অনিৰুদ্ধৰ নামটো উচ্চাৰণ কৰাও তাই শুনিলে।

গোপাল দাসে মাজতে সুধিলে, "আপুনি থাকোতে কলিকতীয়া পাৰ্টিটো কেনেকৈ গুৱাহাটী সোমাল ?"

"সেইটোৱেই তো মোৰ চিন্তা, গোপাল বাবু।" চুৰুটোত দীঘল হোপা এটা মাৰি বিষয়াজনে ক'লে, "কিন্তু মোৰ ধাৰণা কামটো সিহঁতৰ নহয়। সিহঁত আহিছে সংগঠনৰ কামত। বৰ বেছি কৰিলে টকা লুটপাত কৰিব পাৰে। তাতকৈ বেছি একো নকৰে। ক্লাবটো জ্বলাই সিহঁতৰ কি লাভ ?"

"তেন্তে ?" গোপাল দাসৰ প্ৰশ্নতেই উত্তৰ থাকে।

"এৰা, আপুনি ঠিকেই অনুমান কৰিছে। এইটো মিলন সংঘৰ কাম—সেই অনিৰুদ্ধ বোলাজনৰ কাম।" বিষযাজন গহীন হৈ পৰিল।

বিছনাত বাগৰি বাগৰি মায়াই গোটেই কথাটো চিন্তা কৰিবলৈ ধৰিলে। যিমানে চিন্তা কৰিলে সিমানে তাইৰ মনৰ হাহাকাৰ ধ্বনি প্ৰবল হৈ আহিল। কথাটো অতি সোনকালে অনিৰুদ্ধক জনাই তাক সাৱধান কৰি দিবলৈ তাইৰ মন উদগ্ৰীৱ হৈ উঠিল। কিন্তু তাক পায় ক'ত ? আজি কেবাদিনো হ'ল তাই অনিৰুদ্ধক লগ পোৱা নাই। মাজে মাজে সি এনেকৈ হঠাৎ নাইকিয়া হৈ পৰে। সি নিৰুদ্দেশ হ'লে নাট্য সমাজৰ দুৱাৰো বন্ধ হৈ থাকে। মায়াই ঘৰতে বহি দিনবোৰ পাৰ কৰিব লগাত পৰে। দিনবোৰ তাইৰ বাবে অসহনীয় হৈ পৰে।

পুলিচৰ চোকা নজৰ, সন্ধান লাভৰ আশাভংগ অৱস্থা, স্বৰাজৰ বাটত থকা হেঙাৰ, তদুপৰি নিজৰো জটিল মানসিক অৱস্থা—এইবোৰে আজিকালি কৃষ্ণকান্তৰ মনৰ গতি সলনি কৰি আনিবলৈ ধৰিছে। তেওঁৰ মন যেন আনফালে ঢাল খাবলৈ ধৰিছে। আনে নাজানিলেও এই কথাৰ সন্তেদ ৰেণুৱে পাইছে। কৃষ্ণকান্তই ৰেণুৰ পৰা যেনেকৈ আঁতৰি থাকে, তেনেকৈ আজিকালি স্বদেশী সকলৰপৰাও আঁতৰি

থাকে। বিদ্যাভূষণ বকৰাৰ গুচৰলৈও আগৰ দৰে নাযায়। এনেদৰে আঁতৰি থাকি কৃষ্ণকান্তই কিবা নতুন পথৰ সন্ধান কৰিছে বুলিও বেণুৱে গম পোৱা নাই। তেন্তে, তেওঁৰ এই মানসিক পৰিৱৰ্তনৰ কাৰণ কি? বেণুৱে কথাটো অৱশ্যে কৃষ্ণকান্তক সোধাও নাই। সুধিবচনা কেনেকৈ? মানুহটোৱে কেৱল পিৰালিত জুপুকা লাগি বহি থাকে। বেণু কাষলৈ গ'লে মাথোন হুমুনিযাহ কাঢে। তেনেকৈ কথা নাপাতে।

এদিনাখন দুপৰীয়া। কৃষ্ণকান্তই পিৰালিতে বহি বাতৰি কাকত এখন চাই আছে। এনেতে বেণুৱে আহি সাহ কৰি সুধিলে, "চাহ এবাতি খাব নেকি?"

কৃষ্ণকান্তই কাকতখনৰ পৰা চকু নোতো লাকৈয়ে ক'লে, "নাই, এতিয়া নালাগে।" কথাষাৰ শেষ কৰিতে তেওঁ বেণুৰ মুখলৈ চালে। আজি বহুদিন ধৰি যেন তেওঁ বেণুক দেখা নাই, এনেদৰে তেওঁ চাবলৈ ধৰিলে। মানুহজনীৰ মুখখনত আগৰ জেউতি আৰু নাই। চকুযুৰি নিস্প্ৰভ হৈ গাঁতলৈ সোমাই গৈছে। গালৰ হাড়দুডাল ওলাই আহিছে। ওঁঠদুটাত ক'লা পৰিছে। মানুহজনীৰ গাত সৌন্দৰ্য্যৰ একমাত্ৰ চিঁচ আছে মাথোন নাকটো। পূজাৰী ব্ৰাহ্মণৰ ছোৱালীৰ জোঙা নাক।

খন্তেকপৰ দুয়ো থৰ লাগি চকুৱে চকুৱে চাই থকাৰ পিছত কৃষ্ণকান্তই সুধিলে, "কিবা ক'বা নেকি?"

বেণুৰ নিস্তেজ ওঁঠ দুটা এবাৰ কঁপি উঠিল। তাৰ পিছত ধীৰে ধীৰে সুধিলে, "কাকতখনত কি লিখিছে?" এই প্ৰশ্নটো বেণুৱে কৃষ্ণকান্তক সদায় সোধে। কিবা গুৰুত্বপূৰ্ণ খবৰ থাকিলে কৃষ্ণকান্তই চমুকৈ কয়। প্ৰায়ে একো নোকোৱাকৈ কাকতখনত খচমচ শব্দ তুলি বেণুক বিদায় দিয়ে। কিন্তু বেণুৰ আজিৰ প্ৰশ্নটোত বহুত কিবাকিবি ইংগিত আৰু সন্দেহ লুকাই থকা যেন কৃষ্ণকান্তৰ অনুমান হ'ল। সেই কাৰণে তেওঁ আনদিনাৰ দৰে কাকতৰ খচমচনি তুলিলে।

পৰিস্থিতি পাতলাবৰ উদ্দেশ্যে তেওঁ ক'লে, "তেনেকৈ একো নাই। সকলুবা দুই এটা ঘটনা। সেয়ে আৰু—।"

কৃষ্ণকান্তৰ উত্তৰত বেণু পতিয়ন নগ'ল। খুব পাতল সুৰে মানুহজনে কথা ক'লেই বেণুৱে জানে কথাটো আচলতে গহীন। বেণুৱে ভয় খায় বুলিহে তেনেকৈ কয়। বেণুৱে পুনৰ সুধিলে, "নহয়। আপুনি আচল কথা কোৱা নাই। আজি কিবা ডাঙৰ খবৰ আছে যেন লাগিছে। কি খবৰ?"

এইবাৰ কৃষ্ণকান্ত হঠাৎ গহীন হৈ গ'ল। বাতৰি কাকতখন সাৱৰি সুতৰি একাষৰীয়াকৈ থৈ তেওঁ ক'লে, "তুমি ঠিকেই অনুমান কৰিছা। বৰ ডাঙৰ ঘটনা এটা হৈছে।"

"কি ঘটনা হৈছে? কত হৈছে?"

অৱশ্যে আমাৰ ইয়াৰ ঘটনা নহয়। মজফৰপুৰৰ ঘটনা। জিলাৰ জজ চাহাবক হত্যা কৰিবলৈ ক্ষুদিৰামে চেষ্টা কৰিছিল। নোৱাৰিলে যেনিবা। ক্ষুদিৰামৰ লগত থকা জন আছিল প্ৰফুল্ল চাকি। তেওঁ মৰিল। ক্ষুদিৰাম পলাই সাৰিল।"

"পলাই সাৰিব কিমান দিন?"

এবা ধৰা পৰিলে ফাঁচী হব।"

"কিন্তু সেইটো ঘটনাৰ বাবে আপুনি কিয় ইমান চিন্তা কৰি আছে? ক'ত মজফৰপুৰ আৰু ক'ত আমাৰ গুৱাহাটী!"

"সম্পৰ্ক আছে বুজিছা। মোৰ চিন্তা হৈছে মইনাৰ বাবে। এতিয়া —আমাৰ ইয়াতো পুলিচৰ কঢ়া নজৰ পৰিব, ধৰ-পাকোৰ চলিব।"

বেণুৱে এতিয়াহে ঘটনাটোৰ গুৰুত্ব উপলব্ধি কৰিবলৈ ধৰিলে। কৃষ্ণকান্তৰ গাৰ কাষতে মাটিত পৰি থকা বাতৰি কাকতখনলৈ বেণুৱে থৰ লাগি চাবলৈ ধৰিলে। লাহে লাহে তেওঁৰ মনত এনে ভাব হ'ল —বাতৰি কাকতখনৰ আঁৰতে যেন হাজাৰ-বিজাৰ গোৰা চিপাহী বন্দুক-সংগীন লৈ লুকাই আছে। অলপ পিছতে সিহঁতে জাকপাতি ওলাই আহি তেওঁলোকৰ ঘৰৰ চৌহদ বেৰি ধৰিবহি। ভাৰত বিখ্যাত

হৈ বেণুৱে সুধিলে, “আমাৰ ইয়াৰ কি হ'ব এতিয়া? মইনাৰ কি হ'ব?

বেণুৰ মনত সাহস দিবৰ বাবে কৃষ্ণকান্তই বুকুডাঠকৈ উত্তৰ দিলে, “কি হব? একো নহয়। মইনাহঁতৰ দলটোও এলাপেচা নহয়। পুলিচে-সিহঁতৰ ছাঁটোকে বিচাৰি পাওকচোন চাওঁ।”

অকস্মাৎ কৃষ্ণকান্তলৈ বেণুৰ খং উঠিল। তেঁৱেইহে অনিৰুদ্ধক এইবোৰ কামত লগাইছিল, পাকে প্ৰকাৰে তাক স্বদেশী আন্দোলনৰ প্ৰতি উদ্বুদ্ধ কৰি তুলিছিল।

খঙৰ ভমকত বেণুৱে কৈয়ে পেলালে, “আপনাৰ কাৰণেই এইবোৰ হবলৈ পালে।”

হুগুন জোৰে চিঞৰি কৃষ্ণকান্তই সুধিলে, “মোৰ কাৰণে? মোৰ কাৰণে—এইবোৰ হ'ল নেকি?”

“নহয়নো কি? আপুনিয়ে তাক উচটাই উচটাই ইমানখিনি কৰিলে?”

“আৰু তুমি কি কৰিলা? সি ৰাতি-দুপৰত আহি ঘৰ সোমাবহি। তুমি তাৰ বাবে ভাত বাঢ়ি বহি থাকিবা। এই কাৰণে সি চল পাই গৈছে।”

“ৰাতি দুপৰলৈ ভাত বাঢ়ি মই আজিয়েই বহি থকা নাই নহয়। এইখন ঘৰ পাতিবৰ দিন ধৰি মই এনেকৈ আছোঁ। আজি অত বছৰে মোকনো কোন মাজ ভাত আপুনি সুখেৰে খাবলৈ দিছে?”

বেণুৰ কথাৰ মাজেৰে ফুটি ওলোৱা বেদনাৰ সুৰটোৱে কৃষ্ণকান্তৰ বুকুখন বিন্ধি গ'ল।

সেমেকা কণ্ঠেৰে বেণুৱে আকৌ ক'লে, “আজি কালি বঢ়া ভাত খাবলৈকো সি নহা হ'ল। ইমান দিন হ'ল সি ঘৰলৈ অহাই নাই। একো এটা খবৰো নাপাওঁ। ক'ত কি কৰিছে—! ক'লৈ গৈছে!”

দুপৰীয়া বেলিটো আহি নিম গছ জোপাৰ ওপৰ পাইছে। গছ-জোপাৰ ছাঁটোৱে যেন কোঁচ মোচ খাই পৰা এটা মেকুৰী পোৱালীৰ দৰে গছৰ গুৰিত কুঁ-কুঁৱাবলৈ ধৰিছে। মেকুৰী পোৱালীটো কোলাত

লৈ মৰম কৰিবলৈ বেণুৰ বৰ হাবিয়াস জন্মিল। এটা প্ৰকাণ্ড উদং ঘৰ বখি থকা এজন অকল শৰীয়া ৰখীয়াৰ দৰে বেণুৰ মনে উচপিচাবলৈ ধৰিলে। তেওঁৰ মনৰ এই আলোড়নৰ উমান লবলৈ, তেওঁৰ হৃদয়ৰ গভীৰত উঠা-নমা কৰা তৰঙ্গমালাৰ দৃশ্য চাবলৈ কৃষ্ণকান্তৰ কোনোদিনে আজৰি ওলোৱা নাই। আজিও নোলাল।

দুটা বিপৰীতমুখী জীৱন—কৃষ্ণকান্ত আৰু বেণু। কিন্তু এই দুটা জীৱনৰ মাজতো যেন কৰবাত এটা সংযোগ আছে, এটা সাদৃশ্য আছে। দুয়োটা জীৱনেই প্ৰতীক্ষাৰ জীৱন। বেণু বৈ আছে কৃষ্ণকান্ত আৰু অনিৰুদ্ধৰ মনৰ গতি সলনি হোৱালৈ। আনহাতে কৃষ্ণকান্ত বৈ আছে সাম্ৰাজ্যবাদী ইংৰাজৰ মনৰ গতি সলনি হোৱালৈ। পৰিস্থিতি আৰু পৰিবেশৰ প্ৰভাৱত অনিৰুদ্ধও অজ্ঞাতসাৰে হৈ উঠিছে একে প্ৰতীক্ষাত অধীৰ।

## সাত

একফালে জুলাই মাহৰ উৎকট গৰম, আনফালে বৃটিছ চিপাহীৰ ক্ৰমবৰ্ধমান অত্যাচাৰ। তাৰ মাজতো অনিৰুদ্ধহঁতৰ 'মিলন সংঘ'ৰ কাম পুৰাদমে চলি থাকিল। অৱশ্যে সংঘৰ কাম চলি থাকিলেও সংঘৰ ভিতৰুৱা অৱস্থাটো ক্ৰমান্বয়ে দুৰ্ব্বল হৈ অহা যেন অনিৰুদ্ধই অনুভৱ কৰিছে। এসময়ত ব্যায়াম কছৰৎ কৰি উঠিও অস্ত্ৰ-শস্ত্ৰ যোগাৰ কৰিবলৈ সংঘৰ সদস্য সকলৰ মাজত যি ধুম উঠিছিল, সি যেন লাহে লাহে কমি আহিবলৈ ধৰিছে। আজিকালি হেমন্ত আৰু খোকন প্ৰায়ে সংঘৰ বৈঠকলৈ নাহে। কিবা অজুহাত দেখুৱাই সিহঁত আঁতৰি থাকে। অনিৰুদ্ধ আৰু মইনুলেহে অকলে সংঘৰ তৰি ধৰি আছে।

এদিনাখনৰ কথা। নৱগ্ৰহ মন্দিৰলৈ যোৱা বাটটোৰ একাষে সন্ধিয়া সময়ত দুটো শিলৰ ওপৰত অনিৰুদ্ধ আৰু মইনুল বহি আছিল। গৰম দিনত এইখিনি ঠাইত সুন্দৰ শীতল বতাহ বলে। সেইবাবে দুই এজন সাহসী মানুহ ইয়ালৈ ফুৰিবলৈ আহে। সকলোৱে ইয়ালৈ আহিবলৈ সাহস নকৰে। বাটটো ভাল নহয়। জীৱজন্তুৰ পৰাও ভয়। বিশেষকৈ ভালুকৰ পৰা। এনেতে হঠাৎ অলপ দূৰত দুটা মানুহ অনিৰুদ্ধৰ চকুত পৰিল। মানুহদুটাই এজোপা সোনাৰ গছৰ তলত বহি কিবা কথা পাতি আছে। মুনিচুনি এন্ধাৰত মানুহ দুটাৰ মুখ দুখন মনিবৰ উপায় নাই, কিন্তু সিহঁতৰ গতি-বিধিলৈ চাই অনিৰুদ্ধই মানুহ দুটাক তৎক্ষণাৎ চিনি পালে। সেই দুটা খোকন আৰু হেমন্ত।

অনিকদ্ধই মইমুলক ক'লে, "দেখিলি ? আজিকালি সিহঁতৰ চাল-চলন বেলেগ হৈ গৈছে। সংঘৰ বৈঠকলৈ সিহঁতৰ সময় নোলায়, কিন্তু ইয়াত বহি মিটিং কৰিবলৈ সময় ওলায়।"

মইমুলে একো নকওঁ বুলি ভাবিলে, কিন্তু নকলে অনিকদ্ধই তাকো সন্দেহ কৰিব পাৰে বুলি ভাবি লাহেকৈ ক'লে, "সিহঁত আজিকালি আমাৰ দুজনৰ পৰা আঁতৰি থাকে।" অনিকদ্ধ উত্তেজিত হৈ উঠিল।

সি ক'লে, "আঁতৰি থাকে ? কিয় ? আমাৰ কামত যদি কিবা ভুল হৈছে, তহঁতে কিবা বেয়া পাইছ, তহঁত আহ। আহি আলোচনা কৰ, নতুন উপায় উলিয়াই ল'। তাকে নকৰি এনেকৈ লুকাই-চুৰকৈ মেল কৰাৰ অৰ্থ কি ?"

"তই খং নকৰিবি, অনিকদ্ধ। মানুহৰ মন এনেকুৱাই। বতাহ যি ফালে বয়, সেইফালেই যায়। মৌলবী বজাৰৰ ঘটনাটোৰ পৰা সিহঁতে ভয় খাইছে।"

"ভয় খাইছে নহয়, কোনোবাই সিহঁতক ভয় খুৱাইছে বুলি ক। কোনে—ভয় খুৱাইছে ?"

"সেইটো কেনেকৈ ক'বি ? কিন্তু··" মইমুল হঠাতে বৈ গ'ল। কথাটো কব নে নকব, ক্ষন্তেক ভাবিলে। তাৰ পিছত ক'লে, মৌলবী বজাৰৰ দয়ানন্দ স্বামীৰ সৈতে আমাৰ কিবা যোগসূত্ৰ আছে বুলি যে গুৱাহাটীত ওলাইছে সেইটো মই নিজে শুনিছোঁ। আৰু মই যোতিয়া শুনিছোঁ সিহঁতেও নুশুনিবৰ কোনো কাৰণ নাই।

এইবাৰ অনিকদ্ধ গহীন হৈ গ'ল। সি লাহেকৈ ক'লে, "মযো শুনিছোঁ। বুইছ, এইবোৰ ইহঁতৰে প্ৰচাৰ। ইহঁত দুয়ো জগন্নাথ বৰুৱাহঁতৰ দলৰ প্ৰভাৱত পৰিছে।"

মইমুলে ক'লে, "সেই দলৰ এজনে মোকো এদিন এযাৰ কথা কৈছিল।"

"কি কথা ?"

"কৈছিল, স্বাধীনতা বস্তুটো থাওকতে পোৱা বস্তু নহয়, তাৰ বাবে সংগ্ৰাম কৰিব লাগিব, দীঘলীয়া সংগ্ৰাম।"

দুয়ো কথা পাতি থাকোতে খোকন আৰু হেমন্ত সেই ঠাই টুকুৰাৰ পৰা অন্তৰ্ধান হ'ল। অনিৰুদ্ধইঁতেও ঘূৰিবলৈ মন কৰিলে। বাটত আহি থাকোতে মইনুলে অনিৰুদ্ধৰ হাতত সৰু কাগজ এটুকুৰা দিলে। চিঠি—। কাৰ চিঠি সি নক'লে। অনিৰুদ্ধয়ো আন্ধাৰত একো ধৰিব নোৱাৰি চিঠিখন জেপত ভৰাই ল'লে।

সাধাৰণতে এনেকুৱা টুকুৰা কাগজৰ চিঠিৰে অনিৰুদ্ধইঁতে ইজনে সিজনে সন্ত্ৰাসবাদী দলৰ কাৰ্যসূচী প্ৰচাৰ কৰে, বিভিন্ন পৰিকল্পনাৰ কথাও এনেদৰেই বিযপি যায। সেই ভাবিয়েই অনিৰুদ্ধই কাগজ টুকুৰাৰ ওপৰত সদ্যহতে বিশেষ গুৰুত্ব আৰোপ নকৰি চোলাৰ জেপতে থৈ দিলে। আনকি বাতি চোলাটো খুলি শুবলৈ ওলাওঁতে চিঠিখনৰ কথা মনত পৰাতো সি সেইখন উলিয়াবলৈ ইচ্ছা নকৰিলে। কিন্তু টেবুলত থকা চাকিটো ফু মাৰি নুমুৱাই দিয়াৰ লগে লগে হঠাৎ তাৰ মনত এটা প্ৰবল হেঁপাহ জাগু্ৰ খাই উঠিল।

আজি বহুদিন মায়াৰ সৈতে তাৰ দেখা দেখি হোৱা নাই। নাট্য সমাজৰ গানৰ মজলিছ লৈও সি যাব পৰা নাই। নাট্য সমাজৰ ঘৰটোৰ দুৱাৰ খিৰিকিবোৰৰ ছবিৰ লগতে ঘৰটোৰ এচুকৰ সৰু বেঞ্চখনত বহি মায়াই তানপুৰা বজোৱাৰ দৃশ্যটো তাৰ মনত ভাঁহি উঠিল। কোঠাৰ ক্ষীণ পোহৰত বহি অপূৰ্ব চাৱনিৰে তালৈ চাই থকা মায়াৰ চকুদুটাই যেন দুটা জোনাকী পৰুৱা হৈ ঘূৰি ফুৰিবলৈ ধৰিলে। অনিৰুদ্ধৰ সন্মুখত অনিৰুদ্ধৰ জীৱনৰ অন্ধকাৰ পথতো এই এখানিয়েই মাথোন পোহৰ। সেই পোহৰেই তাক হতাশা আৰু বেদনাৰ মুহূৰ্তত আশাৰ কিৰণ বিলাইছে, কেতিয়াবা ভাগি যাব খোজা মনটোত নতুন উদ্দীপনাৰ সঞ্চাৰ কৰিছে।

চোলাৰ জেপৰ পৰা চিঠিখন উলিয়াই আনি পঢ়ি চাবলৈ অনিৰুদ্ধৰ মনত প্ৰবল হেঁপাহ জন্মিল। সি খকমককৈ উঠি বিছনাত বহিল। বহি

সুমাই যোৱা চাকিটো জুইশলাৰে আকৌ জ্বলাই ললে। লাহে লাহে বিছনাৰ পৰা নামি আহি চিঠিখন লৈ সি পুনৰ বিছনাত উঠিল। চাকিৰ নিস্তেজ পোহৰত সি আলফুলে কাগজ টুকুৰা মেলি ধৰিলে। চিঠিৰ আখৰ কেইটাত চকু পৰাৰ লগে লগে তাৰ মনটো গধুৰ গধুৰ লাগিল। চিঠিত মায়াৰ হাতৰ আখৰ—সৰু সৰু গোট গোট আখৰ। চিঠিখন একে উশাহে পঢ়ি অতাই অনিৰুদ্ধই চিন্তাৰ সাগৰত বুৰ দিলে।

মায়া সচাঁকৈয়ে যেন এটি মায়া, এটা ছলনা। কিহে তাক মায়াৰ প্ৰতি এনেদৰে দুৰ্বাৰভাৱে আকৰ্ষিত কৰিছে সি নাজানে। হয়তো তাহানিৰ কৈশোৰৰ স্মৃতিয়ে, নাইবা—মায়াৰ দুৰন্ত যৌৱনে এতিয়া তাক এনেদৰে আকৰ্ষিত কৰিছে। কিন্তু পিছ মুহূৰ্ত্ততে তাৰ মনত ভাৱ হ'ল—নাই, নাই। মাযাৰ যৌৱনে তাক আকৰ্ষিত কৰা নাই। মায়াক সি মাথোন তেজ-মঙহৰ দেহ বুলি নাভাবে। মায়াৰ প্ৰতি তাৰ কোনো জৈৱিক বাসনা নাই। তেন্তে কি? কিহৰ এই আকৰ্ষণ? মায়াৰ অন্তৰৰ সুকুমাৰ অনুভূতিৰ ওচৰত সি দুৰ্বল হৈ পৰিছে নেকি? মায়াই সুন্দৰ গীত গায, ভাল তানপুৰা বজায। তাইৰ আঙুলিৰ মাজত তাইৰ কণ্ঠৰ প্ৰতিটো সুৰত যেন লুকাই আছে এক অপূৰ্ব যাদু, নজনা-নুশুনা কোনোবা দিকটা বনৰ সম্ভেদ। এফালে স্বাধীনতা লাভৰ আকাঙ্খা—আনফালে মায়াক নিচেই ওচৰতে পোৱাৰ হেঁপাহ—এই দুই প্ৰৱল শক্তিৰ টনা-আজোৰাত পৰি অনিৰুদ্ধ যেন দিশহাৰা হৈ পৰিল। এবাৰ তাৰ মনত সন্দেহ উপজিল দেশৰ স্বাধীনতা লাভ কৰিবলৈ সি যি পথ অনুসৰণ কৰিছে নাইবা মায়াক নিজৰ কৰি পাবলৈ সি যি পথ অনুসৰণ কৰিছে—সেই দুটা পথ যেন একেটাই পথ—দুৰ্গম, কাঁইটীয়া, কষ্টকৰ। কিন্তু এই পথেৰে অনিৰুদ্ধ ইতিমধ্যে বহুদূৰ আগুৱাই আহিল, উভতি যোৱাৰ সময় আৰু নাই। উভতি যাবলৈ চেষ্টা নকৰি বাকী থকা পথ ছোৱাও অতিক্ৰম কৰা ভাল হব। অন্ততঃ এই পথৰ শেষত কি আছে সি জানিব পাৰিব। নিজৰ

অভিজ্ঞতাৰ পৰাই সি জগতৰ মানুহক এদিন কব পাৰিব সেইকথা।

আজি বহুদিনৰ পৰা এফাঁকি কবিতাই অনিৰুদ্ধৰ মনৰ নিভৃত কক্ষত গোপনে গুনগুনাই আছে। বটলৰ ভিতৰত গুণগুণাই থকা মৌ মাখিৰ দৰে, বটলৰ সাফৰ খন খুলি দিলেই সি ওলাই আহিব। চিঠিৰ কাগজ টুকুৰাৰ ওলোটা পিঠিতেই অনিৰুদ্ধই কবিতাফাঁকি টুকি থলে। চাকিৰ ৰহস্যময় পোহৰত কবিতাফাঁকি লৈ চাই চাই সি বহুপৰ অকলে অকলে যেন কিবা ক'লে। কথা কৈ থাকোতে তাৰ এনেহে লাগিল যেন কাগজখিলাৰ বুকুত নিঃসাৰ হৈ পৰি থকা কবিতা-ফাঁকিয়ে এইবাৰ লৰচৰ কৰিবলৈ ধৰিলে। কবিতাৰ আখৰবোৰৰ গাত হাত, ভৰি, চকু, কাণ গজিল আৰু একেলগে এহেজাৰজনী মায়া তাৰ মাজৰ পৰা হাঁহি হাঁহি ওলাই আহিল। বিস্ময় বিহ্বল চাৱনিৰে সি মায়াৰ অনিন্দ্যসুন্দৰ হাঁহিটোলৈ চাই থাকিল। তাৰ পিছত অকস্মাৎ তাৰ মুখৰ পৰা ওলাই আহিল, "মায়া, তুমি।" শব্দ দুটা মুখৰ পৰা ওলাই পৰাতহে অনিৰুদ্ধৰ গালৈ চেতনা আহিল। লৰা লৰি কৈ কাগজ টুকুৰা গাৰুৰ তলত সুমুৱাই থৈ সি শুবলৈ চেষ্টা কৰিলে।

বিদ্যাভূষণ বৰুৱাৰ ঘৰ আৰু লগতে 'মিলন সংঘ'ৰ কাৰ্যালয়টো পুলিচৰ মানুহে ইতিমধ্যে কেবাবাৰো লণ্ড ভণ্ড কৰি থৈ গ'ল। 'মিলন সংঘ'ৰ বেৰত এড়াবেৰে লিখা আখৰ কেইটাৰ ওপৰত আলকাতৰাৰ প্ৰলেপ পৰিল। বিদ্যাভূষণ বৰুৱাক পুলিচে ধৰিব পৰা নাই। বৰুৱা ডাং ধৰলা মানুহ। ক'ত থাকে, কি কৰে, কোনেও আজিকালি

উম্নাদিহ নাপায়। গুৱাহাটীত থাকিলে কৃষ্ণকান্তই তেওঁক লগ পাই থাকে। কিন্তু মাজতে তেওঁ কেতিয়াবা ভুটুংকৈ নাইকিয়া হয়। ক'লৈ যায় কৃষ্ণকান্তয়ো কব নোৱাৰে; কৃষ্ণকান্তক একো কৈও নাযায়। কৃষ্ণকান্তর মনলৈ অহা পৰিৱৰ্তনৰ উমান বিদ্যাভূষণ বৰুৱাই পাইছে। সেইবাবে আজিকালি তেওঁ কৃষ্ণকান্তক সকলোবোৰ কথা খুলি নকয, যিবোৰ নক'লে গুৱাহাটীৰ কাম কাজখিনি একেবাৰে নচলে সেইবোৰ কথাহে কয। প্ৰায়বোৰ কথাতে বৰুৱাই সাৱধানতা মানি চলে।

কৃষ্ণকান্তৰ মনতো দুই বিপৰীতমুখী আদৰ্শৰ গ্ৰাহ-গজেন্দ্ৰ যুদ্ধ আৰম্ভ হৈছে। কি কৰিব, কি নকৰিব ভাবি একো ঠাৱৰ কৰিব পৰা নাই। আগতে মনৰ এনেকুৱা দ্বিধাদ্বন্দ্বগ্ৰস্ত অৱস্থাত পৰিলে তেওঁ বিদ্যাভূষণ বৰুৱাৰ ওচৰলৈ গৈছিল পৰামৰ্শ বিচাৰি। বৰুৱা বয়সত কৃষ্ণকান্তৰ সমান যদিও তেওঁৰ মগজুটো পৰিষ্কাৰ। সমস্যাবোৰ তন্ন তন্নকৈ ফঁহিয়াই চাই সমাধানৰ উপায উলিয়াব পাৰে। আজিকালি তাবো মুদা মৰিল। বৰুৱাই কৃষ্ণকান্তৰ সৈতে মুকলি মনেৰে কথাই নাপাতে।

এদিন কথাৰ মাজতে কৃষ্ণকান্তই বৰুৱাক সুধিলে, "তুমি দেখোন আজিকালি মোৰ আগত একো কথাকে নোকোৱা কিয় ?"

অস্বাভাৱিকভাৱে গহীন মাতেৰে বিদ্যাভূষণ বৰুৱাই ক'লে, "বুইছা কৃষ্ণকান্ত, এটা সময়ত আমি দুয়ো একেলগে চাহাবৰ বিৰুদ্ধে যুঁজিছিলো আৰু এতিযা মই অকলে যুঁজিছো। কথাটো তুমি মন কৰিছানে ?"

"তুমি মোক সন্দেহ কৰিছা।"

"সন্দেহ নহয়, প্ৰমাণ আছে। তুমি বৰদলৈ উকীলক কিয় লগ ধৰিছা ?"

"নাই নাই, মই লগ ধৰা নাই। তেওঁহে এদিন মোৰ ঘৰলৈ আহিছিল।"

কৃষ্ণকান্তৰ ঘৰলৈ এদিন ববদলৈ উকিল আহিছিল। তেওঁ এটা প্রস্তাৱ লৈ আহিছিল। ববদলৈ 'আছাম এছোছিয়েশ্যন'ৰ কৰ্মী, অর্থাৎ ভাৰতৰ জাতীয় কংগ্রেছৰ কৰ্মী। কৃষ্ণকান্তই যদি এছোছিয়েশ্যনত যোগদান কৰে তেনেহলে ববদলৈহঁতে লগ লাগি কৃষ্ণকান্তক কিবা সংস্থান দিব—এইটোৱেই আছিল ববদলৈৰ প্রস্তাৱ। ববদলৈ কৃষ্ণকান্ততকৈ বয়সত বহুত সৰু। তথাপি তেওঁ ববদলৈৰ প্রস্তাৱটো মন দি শুনিছিল। হা—না তেওঁ একো কোৱা নাছিল। কথাটো ভাবি চাই দুই-এদিনতে জনাবলৈ কৈ সিদিনা ববদলৈ গুচি গৈছিল। বিদ্যাভূষণ বৰুৱাই গোটেই ঘটনাটো গম পায়।

তেঁও কঠোৰভাৱে সুধিলে, "তুমি ববদলৈক কি ব'লা ?"

"কি কম ? ক'লে তেওঁহে, মই কেৱল শুনি গলোঁ।"

এইবাৰ বিদ্যাভূষণ বৰুৱাই এটা সৰু ল'ৰাক বুজোৱাৰ দৰে কৃষ্ণকান্তক বুজাবলৈ ধৰিলে, "তুমি ভাবিচোৱা, কৃষ্ণকান্ত। এসময়ত তুমিয়ে জগন্নাথ বৰুৱাৰ সৈতে কাজিয়া কৰিছিলা। অহিংস উপায়েৰে স্বাধীনতা নাহে বুলি জগন্নাথ বৰুৱাক বুজাইছিলা। ববদলৈ উকীল সেই দলৰে মানুহ। দেখাত তেওঁলোক আমাৰ দৰেই স্বদেশী, কিন্তু তেওঁলোকৰ পন্থা বেলেগ।" কিবা নতুন কথা শুনাৰ দৰে কৃষ্ণকান্তই সিদিনা বিদ্যাভূষণ বৰুৱাৰ কথাখিনি শুনিছিল। এদিন ৰেণুৱেও কৃষ্ণকান্তক কৈছিল, দৌৰাদৌৰি কৰিলেই দীঘল ৰাস্তা চুটি হৈ নাযায় বুলি। কথাষাৰলৈ ঘপ্‌কৈ কৃষ্ণকান্তৰ মনত পৰিল। সেইষাৰ কথাকে কৃষ্ণকান্তই ইমানদিনে মনত পাগুলি আছে। লাহে লাহে কথাষাৰৰ মর্মটো কৃষ্ণকান্তই উপলব্ধি কৰিবলৈ ধৰিছে। কিন্তু উপলব্ধি কৰিলেও তেওঁ তাক কার্যত পৰিণত কৰিব নোৱাৰে। যিটো বাটেৰে আহি ইমানদিনে কৃষ্ণকান্তই ৰেণুৰ মনৰ সুখশান্তি নোহোৱা কৰিলে, চৰকাৰী চাকৰি হেৰুৱালে আৰু শেষত এতিয়া জীৱনৰ নিৰাপত্তা পৰ্য্যন্ত সংকটাপন্ন কৰি তুলিলে, সেইটো পথ তেওঁ আজি এৰো বুলিলে এৰি দিব নোৱাৰে। সেইটো পথৰ দাতিৰ কাঁইটীয়া লতাই তেওঁৰ হাত-ভৰি মেৰিয়াই ধৰিছে।

গভীৰ হতাশা আৰু বেদনাভৰা কণ্ঠেৰে কৃষ্ণকান্তই ক'লে, "বুইছা বিদ্যা, মই জীৱনত বৰ বেয়াকৈ হাৰি গ'লো।" কথাষাৰ কৈ সিদিনা কৃষ্ণকান্ত থৰথৰকৈ বিদ্যাভূষণ বৰুৱাৰ ওচৰৰ পৰা গুচি আহিছিল।

খুড়াকৰ মনৰ পৰিৱৰ্তনৰ কথা অনিৰুদ্ধই ধৰিব পাৰিছে। খুৰাকক লৈ তাৰো চিন্তা হৈছে। কিন্তু তেওঁক পোনপটীয়াকৈ পৰামৰ্শ দিবলৈ তাৰ সাহস নহয়। সেইবাবে সি এদিন খুড়ীয়েকৰ আগতে কথাখিনি কম বুলি ভাবিলে। ইংৰাজৰ কবলৰ পৰা দেশক উদ্ধাৰ কৰাৰ অংগীকাৰত আৱদ্ধ দুই পুৰুষ—কৃষ্ণকান্ত আৰু অনিৰুদ্ধ। অথচ অনিৰুদ্ধই এতিয়া খুড়াকক বুজাবলগীয়া হৈছে দেশৰ কাম এৰি দি সংসাৰৰ কামত মন দিবলৈ। এই কথা কবলৈ অনিৰুদ্ধৰ মত নাযায়, কিন্তু খুড়াকৰ মানসিক অৱস্থালৈ চাই, তেওঁলোকৰ জহি-খহি যোৱা সংসাৰখনলৈ চাই অনিৰুদ্ধই এই কথা কবলৈ ওলাইছে।

কৃষ্ণকান্ত ঘৰত নথকা সময়ত এদিন অনিৰুদ্ধই খুড়ীয়েকৰ কাষলৈ গৈ মাত লগালে, "খুড়ীদেউ।"

নিস্তেজ, নিৰুত্তাপ কণ্ঠে-খুড়ীয়েকে সুধিলে, "অ মইনা। কি হ'ল অ'?"

"নহয়, মানে, মই এটা কথা ভাবিছোঁ।"

অনিৰুদ্ধৰ মনৰো কিবা পৰিৱৰ্তন হ'ল বুলি ভাবি ৰেণুৰ মনত কিঞ্চিৎ আশাৰ সঞ্চাৰ হল। পিছে নহয়, ৰেণুৰ আশা মিছা।

অনিৰুদ্ধই আৰম্ভ কৰিলে, "খুড়াদেৱে এইবোৰ এৰি পেলাওক। আপুনি তেওঁক বুজাবচোন। এতিয়া তেওঁৰ বয়সো হৈ আহিছে। ইমান কষ্ট কৰি ৰ'দে-বৰষুণে, পাহাৰে-পৰ্বতে আগৰদৰে ঘূৰি ফুৰিবলৈ তেওঁৰ গাত এতিয়া সিমান শক্তিও নাই। তাতকৈ তেওঁ ঘৰতে জিৰণি লওঁক। তেওঁৰ আধৰুৱা কামখিনি ময়েই কৰিম।" অনিৰুদ্ধৰ কথাখিনি

শুনি বেণুৰ মনত-ভালেই লাগিছিল, কিন্তু তাৰ পিছৰ কথাখিনিয়েহে তেওঁক দুগুণে বেদনা দি গ'ল। অনিৰুদ্ধৰ মনৰ দৃঢ়তা দেখি তেওঁৰ মন আতংকিত হৈ উঠিল।

অনিৰুদ্ধৰ কথাৰ শেষত তেওঁ ক'লে, "মই ক'লে তেওঁ মোৰ কথা নুশুনে, মইনা। তই দেখোন দেখিছই। তেওঁ কাৰো কথা নুশুনে। নিজৰ যি মন যায় তাকে কৰে।"

"কিন্তু খুড়ীদেউ, আপোনালোকৰ এই সংসাৰখন এনেকৈ ভাগি-ছিগি যাবলৈ নই নিদিওঁ।"

"ভাগি-ছিগি যাবলৈ আৰু একো বাকী থকা নাই মইনা। সেই ভঙা-ছিঙাবোৰ জোৰা লগাবলৈ এতিয়া সময়ো নাই। তই নোৱাৰ মইনা। তই নোৱাৰ।"

অলপ পিছতে কৃষ্ণকান্ত আহি ঘৰ সোমাল। তেওঁ অহা দেখি বেণুত কাষ চাপি আহিল। লেতেৰা চুৰিয়া কামিজ আৰু মুখভৰ্তি আধাপকা দাড়িবে সৈতে কৃষ্ণকান্তৰ চেহেৰাটোৱে এটা অদ্ভুত ৰূপ ধাৰণ কৰিছে। তেওঁৰ ফালে চাই বেণুৱে এটা হুমুনিয়াহ কাঢ়িলে। তেওঁৰ চকু দুটাত এক গভীৰ উত্তেজনাৰ চিন বেণুৱে দেখা পালে। দুয়োজনে বহুপৰ নীৰৱে থকা দেখি অনিৰুদ্ধই আগবাঢ়ি আহি খুড়াকক ক'লে, "খুড়াদেউ, আপোনাক বৰদলৈ উকীলে কি ক'লে?"

কৃষ্ণকান্তই সামান্য উত্তেজনা প্ৰকাশ কৰি ক'লে, "একেটা প্ৰশ্নকে বিদ্যাভূষণ বৰুৱাযো সুধিছিল। কিয় তইঁতে সেই কথটো লৈ ইমান মূৰ ঘমাইছ? বৰদলৈ উকীলে কৈছিল কিবা এটা—।"

"কিয় এছোছিয়েশ্যনত যোগ দিযাৰ কথা কোৱা নাছিল?"

"কৈছিল। তাতে কি হ'ল?"

এইবাৰ অনিৰুদ্ধৰ কণ্ঠস্বৰ দৃঢ় হ'ল। সি ক'লে "আপুনি ইমান দিনে যি পথ অনুসৰণ কৰিলে, আজি হঠাৎ বৰদলৈৰ এষাৰ কথাতে সেই পথ ত্যাগ কৰিবনে? এছোছিয়েশ্যনত যোগ নিদিয়াকৈয়ো দেখোন আপুনি থাকিব পাৰে।"

"ক'ত থাকিম ? কি কৰিম মই একো থিৰাং কৰিব পৰা নাই। তই কিবা এটা বুদ্ধি উলিয়াচোন।" অসহায়ভাৱে কৃষ্ণকান্তই অনিৰুদ্ধৰ মুখলৈ চালে।

কৃষ্ণকান্তৰ এতিয়াহে উপলব্ধি হ'ল তাহানিৰ সেই চেমনীয়া মইনা আজি আৰু নাই। সি আজি এক বিৰাট পুৰুষৰ ৰূপ ধাৰণ কৰিছে। ডাবি-ধমকি দি তাক শাসন কৰিবৰ যোগ্যতা এতিয়া আৰু তেওঁৰ নাই, বৰঞ্চ, সিহে ওলোটাই তেওঁক শাসন কৰিব পৰা হৈছে।

ক্ষন্তেকপৰ কিবা এটা ভাবি অনিৰুদ্ধই ক'লে, "আমি আপোনাৰ বিষয়ে চিন্তা কৰিছোঁ। দুই এদিনতে আমি এই বিষয়ে থাটাং সিদ্ধান্ত এটা লম।" অভিজ্ঞ ৰাজনীতিবিদৰ কথাৰ সুৰ তাৰ মাজত ফুটি উঠিল।

আছাম এছোছিয়েশ্যনৰ সৈতে অনিৰুদ্ধহঁতৰ বিৰোধ বহুদিনীয়া। এই ক্ষেত্ৰত বিদ্যাভূষণ বৰুৱা, খানাচাহাব আৰু কৃষ্ণকান্তও অনিৰুদ্ধৰ সমৰ্থক। এই বিৰোধে চূড়ান্ত ৰূপ লৈছিল এটা বিশেষ ঘটনাক কেন্দ্ৰ কৰি। সেইবাৰ দিল্লীৰ বৰলাট লৰ্ড কাৰ্জন গুৱাহাটীলৈ আহিছিল। আছাম এছোছিয়েশ্যনৰ সদস্য আৰু কৰ্মী সকলে বৰলাটক অভ্যৰ্থনা জনাবলৈ সকলো আয়োজন কৰিছিল। আনহাতে, এছোছিয়েশ্যনৰ বিৰোধীসকলে বৰলাটক হত্যা কৰিবলৈ গোপনে ষড়যন্ত্ৰ কৰিছিল। অভ্যৰ্থনাৰ গুৰি ধৰিছিল জগন্নাথ বৰুৱাই আৰু ষড়যন্ত্ৰৰ গুৰি ধৰিছিল কৃষ্ণকান্তই। অৱশ্যে, সময়ত কৃষ্ণকান্তহঁতৰ ষড়যন্ত্ৰ ব্যৰ্থ হ'ল। জগন্নাথ বৰুৱাহঁতে বৰলাটক বিশেষভাৱে অভ্যৰ্থনা জনালে। লগতে, অসমৰ দুখীয়া ৰাইজৰ অভাৱ-অভিযোগ সম্বলিত এখনি পত্ৰও প্ৰদান কৰিলে। অৰ্থাৎ, ৰাইজৰ সন্মুখত জগন্নাথ বৰুৱাহঁত অধিক চতুৰ ৰাজনীতিবিদ আৰু নেতা হিচাপে পৰিগণিত হ'ল। এই ঘটনাই কৃষ্ণকান্তহঁতৰ গাত চেকা সানি গ'ল। সেই বিৰোধিতা আৰু শত্ৰুতাৰ কাহিনী আজিও মানুহৰ মনত সজীৱ হৈ আছে। কৃষ্ণকান্তয়ো পাহৰা নাই।

## আঠ

বিহাবাৰীৰ গোপাল দাসৰ ঘৰত পুলিচৰ উচ্চপদস্থ বিষয়াজনৰ উপস্থিতি প্ৰায় নিয়মীয়া হৈ উঠিছে। বিশেষকৈ শ্ৰীহট্টৰ অৰুণাচল আশ্ৰমৰ লানি নিছিগা ঘটনাবোৰৰ পিছৰ পৰা গোপাল দাসৰ ঘৰুৱা আলোচনাৰ বায়ু উত্তপ্ত হৈ উঠিছে। অৰুণাচল আশ্ৰমৰ কোনোবা অজ্ঞাতনাম্না 'সেৱক' এজনে জিলাৰ উপযুক্তলৈ লেখা এখন উত্তেজনাপূৰ্ণ চিঠি কলিকতাৰ কাকতত প্ৰকাশ পাইছে। সেই চিঠিৰ প্ৰতিলিপি গুৱাহাটীৰ কটন কলেজৰ নটিছ ব'ৰ্ডতো ওলমিছে। দুই এটা ছাত্ৰাবাসৰ বাৰান্দাতো কোনোবাই কেইখনমান চিঠি পেলাই থৈ যোৱা বুলি খবৰ ওলাইছে। আশ্ৰমৰ পৰিচালক দয়ানন্দ স্বামীয়ে দ্বিতীয়বাৰৰ বাবে বৃটিছ চৰকাৰৰ সকলো বাধা নিষেধ প্ৰত্যাখ্যান কৰি চৰকাৰী কৰ্মচাৰী সকলক প্ৰাণনাশৰ ভাবুকি দিছে। তেওঁ এই বুলিও আহ্বান জনাইছে যে বৃটিহ চৰকাৰৰ বহুতীয়া কৰ্মচাৰী সকল অনতিপলমে আশ্ৰমৰ সদস্য হওক, অন্যথা তেওঁলোকক প্ৰণালীবদ্ধ প্ৰচেষ্টাৰে এজনৰ পিছত এজনকৈ হত্যা কৰা হ'ব। দয়ানন্দ স্বামীৰ সুৰতে সুৰ মিলাই 'সেৱক' জনে চিঠিখন লেখিছে। চিঠিখনৰ বহুল প্ৰচাৰৰ লগে লগে সমগ্ৰ পূৰ্ববংগ আৰু অসমত সন্ত্ৰাস বিয়পি পৰিছে। ইমানদিনে গুৱাহাটীৰ চৰমপন্থী সকলৰ কাৰ্য-কলাপৰ সবিশেষ বুজ লৈ থকা উচ্চপদস্থ পুলিচ বিষয়াজনো সম্প্ৰতি চিন্তিত হৈ পৰিছে। তেওঁ ভাবি পোৱা নাই—এই চিঠিৰ নকল কেনেকৈ গুৱাহাটীলৈ আহিল। কোনে আনিলে ?

অভাৰকোটৰ পকেটৰ পৰা কেইখনমান চিঠি উলিয়াই সমুখৰ সক

টেবুলখনত থৈ পুলিচ বিষয়াজনে প্ৰশ্নবোধক চাৱনিৰে গোপাল দাসৰ মুখলৈ চালে। তেওঁৰ চকুতো একেটাই প্ৰশ্ন। গোপাল দাসে চকুহুটা আধা মুদি লৈ মূৰ দুপিযালে।

বিষয়াজনে গহীন মাতেৰে সুধিলে, "আপুনি কতকচোন গোপালবাবু, এইটো কাৰ কাম হ'ব পাৰে?"

গোপাল দাস পুলিচ ইনফৰ্মাৰ। গতিকে তেওঁৰ মতামত আৰু তথ্য-পাতিক পুলিচৰ বিভাগে বিশেষ গুৰুত্ব দিয়ে। বিষয়াজনৰ কথাও তেনে গুৰুত্বৰ সুৰেই যুটি উঠিল। গোপাল দাস অতি চতুৰ আৰু ঠাণ্ডা মগজুৰ মানুহ। এক গুৰুত্বপূৰ্ণ তথ্য ব্যক্ত কৰাৰ দৰে তেওঁ ক'লে, "মোৰ ধাৰণাৰে, এইটো আন কোন নতুন মানুহৰ কাম।"

"তাৰ মানে, আপুনি কি ক'ব বিচাৰিছে?"

"ওঁ। মানুহ নতুন নহয়, পদ্ধতিটো নতুন হৈছে। বুজিছেতো?"

"কিজানি কলিকতাৰ কাকতত ওলোৱা চিঠিখন আমাৰ গুৱাহাটীতেই লেখা।"

সেইটোও একো আচৰিত নহয়। গোটেই জিনিছটো গুৱাহাটীতে হৈছে।"

"তাৰ মানে, দয়ানন্দৰ শিষ্য গুৱাহাটীতো আছে?"

"ঠিক শিষ্য নহয়—এটা সম্পৰ্ক স্থাপন হৈছে বুলি মোৰ ধাৰণা। আপুনি জানেই সমগ্ৰ দেশত ইহঁতৰ বেলেগ বেলেগ সংগঠন আছে—সংগঠনৰ নাম বেলেগ—নিময় বেলেগ, কিন্তু সকলোৰে কামৰ ধৰণ একেটাই—হত্যা, লুণ্ঠন, সংঘৰ্ষ।"

পুলিচ বিষযাজনে ৰঙা-চিঙা পৰা মুখেৰে গোপাল দাসক পোনপটীয়াকৈ ক'লে, "আপুনি ছোৱালীজনীক শাসন কৰক।" গোপাল দাসে একো নকওঁতেই বিষয়াজনে পুনৰ ক'লে, "এনেকুৱা লাগিব যেন লতাডাল গছৰ পৰা একেবাৰেই পৰা নাযাব। কিন্তু, ভালোদৰে পাকবোৰ খুলিব জানিলে দেখিব, লতাডাল তৎক্ষণাৎ এৰাল খাই যাব।"

"ময়ো তাকেই ভাবিছোঁ। কিন্তু কেনেকৈ আনো ? মোৰ একেজনী ছোৱালী, আপুনি জানেই। এবাৰ মৰণৰ পৰা তাই বাচিছে, আকৌ যদি কিবা কৰি পেলায়।"

পুলিচবিষয়াজনে হোহোৱাই হাঁহি ক'লে, "আপুনিত বেছ ভয়াতুৰ মানুহ, গোপালবাবু। ছোৱালীয়ে ইমান সোনকালে আপোনাক বুৰ্বক বনালেনে ? শুনক, তাইক তাৰ পৰা আঁতৰাই অনাটো একো টান কাম নহয়। ল'ৰা এজন চাওক। তাইক বিয়া দি দিয়ক। তাৰ পিছত আপুনি আৰু চিন্তা কৰিব নালাগে। দেখিব, লতাডাল আগৰদৰে অন্য এডাল গছত বগাই যাব। হেঃ হেঃ হেঃ।" তৎক্ষণাৎ হাঁহি বন্ধ কৰি তেওঁ কথাৰ সুৰ সলনি কৰিলে, "আচ্ছা, আমি এতিয়া আগৰ কথালৈ আহোঁ। আপোনাকতো আজি এসপ্তাহ আগতেই কৈছোঁ, অনিৰুদ্ধক এৰেষ্ট কৰিবলৈ মই নিৰ্দেশ ইতিমধ্যেই দিছোঁ। এতিয়া সমস্যা হৈছে কৃষ্ণকান্তক লৈ। সি আজিকালি গুৱাহাটীত থাকে নে নাথাকে।— ।"

"থাকে, থাকে।" গোপাল দাসে ক'লে, "থাকিলেও আশ্ৰমৰ সৈতে তেওঁৰ সম্পৰ্ক নোহোৱা হৈ যোৱা নাই।"

"তেনেহলে চিঠিখন ?"

"আপুনি ঠিকেই অনুমান কৰিছে।"

পুলিচবিষযাজনৰ মনটো পৰিষ্কাৰ হৈ গ'ল। এটা সহজ তৃপ্তিৰ হাঁহি মাৰি তেওঁ বহাৰ পৰা উঠিল, আৰু গোপাল দাসক নমস্কাৰ জনাই বিদায় ল'লে। তেওঁ গেট খুলি ওলাই যোৱাৰ বহুত পিছলৈকে তেওঁৰ জোতাৰ বিকট শব্দটো মাযাৰ কাণত লাগি থাকিল। তাই তেওঁলোকৰ কথা বতৰা সকলোবোৰ মনে মনে শুনে, আগৰে পৰা শুনে। আজিও শুনিলে। শুনি তাইৰ বুকুখন চিৰিং কৈ গ'ল।

অনিৰুদ্ধক তাই আগতে সাৱধান আৰু সতৰ্ক কৰি দিছে। অৱশ্যে আজিৰ কথাটো আগৰ বোৰতকৈ বেছি গুৰুত্বপূৰ্ণ গতিকে তাই এইকথা অনিৰুদ্ধক ক'বই। তাক লগ ধৰি কথাটো কবলৈ তাই আগে আগে

মনতে পৰিলে। কিন্তু সমস্যা হৈছে কৃষ্ণকান্তক লৈ। কৃষ্ণকান্তক কথাটো কেনেকৈ কোৱা যায়। তাই মানুহজনক ভালদৰে চিনিকে নাপায়। শুনিছেহে। ইমানদিনে তাই অনিৰুদ্ধৰ সৈতে নাট্যসমাজৰ ঘৰত আৰু অ'ত ত'তহে লগালগি হৈছে। অনিৰুদ্ধ থকা ঘৰটোকে তাই আজিলৈকে দেখা নাই। অৱশ্যে তাৰ পৰাই তাই সিহঁতৰ ঘৰখনৰ সকলো কথা গম পাইছে। চিনি নাপালেও কৃষ্ণকান্তৰ প্ৰতি তাইৰ মনত আপোনা আপুনি শ্ৰদ্ধাৰ ভাৱৰ উৎপত্তি হৈছে। তেওঁৰ নিষ্প্ৰাণ সংসাৰখনৰ কথা শুনি ৰেণুৰ প্ৰতিও তাইৰ মনত এক অপাৰ কৰুণাৰ জন্ম হৈছে। দুযোৰো সংসাৰখনত কিবা প্ৰকাৰে প্ৰাণ সঞ্চাৰ কৰিবলৈ এক অদ্ভুত হেপাহ জন্মিছে, হয়তো অনিৰুদ্ধৰ জৰিয়তেই এই কৰুণা আৰু হেপাহ তাইৰ অন্তৰলৈ বিয়পি আহিছে। তাইৰ অন্তৰত এই প্ৰেৰণাৰ উৎস অনিৰুদ্ধ অনিৰুদ্ধৰ আৰু প্ৰতি থকা তাইৰ হৃদয়ৰ গভীৰ অনুৰাগ। এই অনুৰাগৰ জন্ম হৈছিল তাহানিৰ কৈশোৰ কালৰ অহৈতুক অনুসন্ধিৎসাৰ বুকুত।

অৱশ্যে অনিৰুদ্ধৰ জৰিয়তে কৃষ্ণকান্তক কথাটো ক'ব পৰা যায়, সতৰ্ক কৰি দিব পৰা। কিন্তু সি ক'ব জানো? ক'লেও জানো কৃষ্ণকান্তই শুনিব সিহঁতৰ কথা?

কিছুমান অসংলগ্ন চিন্তাৰ তাড়নাত তাই সঁজাৰ ভিতৰত বন্দী হৈ থকা চৰাইৰ দৰে ছট্‌ফটাবলৈ ধৰিলে।

জহকালি উজান বজাৰৰ পকীঘাটলৈ ফুৰিবলৈ অহা মানুহৰ লানি নিছিগা সোঁত বয়—দুপৰীয়াৰ পৰা সন্ধিয়া বেলি ডুব যোৱালৈকে। ৰেল ষ্টেচনৰ পৰা জাহাজ ঘাটলৈ দুডাল চিৰি পেলাই থোৱা আছে। নৈৰ জাহাজত অহা মাল-বস্তু সেই চিৰিৰে ৰেলৰ ডবাত কঢ়িয়াই নিয়া হয়। ঘাটলৈ ফুৰিবলৈ যোৱা মানুহৰ অহাযোৱা বাটটোও সেই চিৰি-

হুভালেই। ৰেল লাইনৰ দুকাষে মানুহৰ ঘৰ-দুৱাৰ নাই বুলিলেই হয়; হাবি-জংগলে ভৰা। সোঁফালে মাথোন খাৰঘুলি পাহাৰলৈ যোৱা এটা লুংপুঙীয়া বাট। বাতি-বিয়লিৰ কথাই নাই, দিন দুপৰতো সেই বাটেৰে কোনো নাযায়। পাহাৰত থকা বনৰীয়া জন্তুৱে বাতি নৈও পানী খাবলৈ অহা বাট।

আজি নাট্যসমাজৰ গানৰ মজলিছলৈ মায়া আবোলিতে আহিছে। আহিয়েই তাই আন দিনাৰদৰে তানপুৰাটো কোলাত তুলি নললে। তাৰ পৰিৱৰ্তে তাই অনিৰুদ্ধক লগ ধৰিলে ফুৰিবলৈ। দূৰলৈ নহয়, উজানবজাৰৰ পকীঘাটলৈ।

ৰেল লাইনৰ মাজে মাজে খোজকাটি দুয়ো ঘাটৰ পিনে গৈ থাকিল। যাওঁতে অনিৰুদ্ধই লক্ষ্য কৰিলে, মায়াৰ মনত এক অস্বাভাৱিক চঞ্চলতা বিৰাজ কৰিছে। তাই যেন আজি অনৰ্গল কথাকে কৈ থাকিব, অনন্তকাললৈ অন্তহীন পথেৰে তাৰ সৈতে খোজ কাঢ়ি গৈ থাকিব। ৰেলৰ শ্লিপাৰত তাই কেবাবাৰো উজুটি খালে। তথাপি সেইবোৰলৈ যেন তাইৰ ভ্ৰুক্ষেপ নাই।

অনিৰুদ্ধই সুধিলে, "আজি তোমাৰ কি হৈছে, মায়া ?"

"একে হোৱা নাই। ফুৰ্তি লাগিছে !" কথাকেইটা কৈয়েই তাই খিল্‌খিল্‌কৈ হাঁহি দিলে। তাইৰ হাঁহিৰ শব্দ শুনি ৰেল লাইনৰ কাষৰ জোপোহা বনৰ মাজৰ পৰা ইটা পিতকলি চৰাই ফুৰংকৈ উৰি গ'ল। চৰাইটো খাৰঘুলি পাহাৰৰ ফালে গ'ল। টিঙৰ সোণাৰু গছৰ থোপাথুপি ফুলৰ মাজত আবেলিৰ বেলিৰ পোহৰ পৰিছে। ফুলবোৰৰ মাজেৰে জ্বলন্ত কয়লাৰ দৰে গছৰ ডালবোৰৰ কিছু কিছু অংশ ওলাই আছে। সেইফালে চাই চাই মায়াৰ মনটো যেন কোনোবা অচিন দেশলৈ উৰি গ'ল। য'ত আছে মাথোন ফুল আৰু সুবভিৰে ভৰা দিন আৰু ৰাতিৰ লুকাভাকু খেল। মায়াৰ দৃষ্টিৰ বিপৰীতে অনিৰুদ্ধই চাইছে পশ্চিমৰ হাতীমূৰা পাহাৰটোৰ ফালে। ডুবলিৰ পাহাৰটোৰ গাত আউজি দৈ বেলিটোৱে তাৰ অদৃশ্য হাতেৰে ব্ৰহ্মপুত্ৰৰ বুকুলৈ মুঠিয়ে মুঠিয়ে ৰং

ডুবিয়াই দিবলৈ ধৰিছে। সেই বতৰ জিলিকনি গছ-বনৰ মাজেদি কৰবাৰ আহি অনিৰুদ্ধ আৰু মায়াৰ সন্মুখত দীঘল দি পৰি থকা বেলৰ চিৰি দুটাৰ ওপৰতো পৰিছে।

অনিৰুদ্ধই এবাৰ মায়াৰ মুখলৈ চালে। তাইৰ মুখৰ সেই বাৰ্হ্মালী হাঁহিটো এতিয়াও মাৰ যোৱা নাই। তাইৰ দুগালত ওলমি থকা দীঘল চুলিখিনি বেলিৰ পোহৰত সোণালী মকৰাৰ সূতাৰদৰে জিলিকিবলৈ ধৰিছে।

জাহাজঘাটৰ চিৰিত বহিবলৈ ঠাই নাই। সিহঁতকৈ আগতে অহা মানুহে সেইবোৰত বহি লৈছে। দুয়োজনে ঘাটৰ পৰা নৈৰ পাৰে পাৰে কিছু পশ্চিমলৈ আগুৱাই গ'ল। গৈ গৈ কমিছনাৰৰ বঙলাঘৰৰ পিছফালে নৈৰ পাৰত এচটা শিলৰ ওপৰত দুয়ো বহিল।

অলপ সময় নৈৰ সৰু সৰু ঢৌবোৰলৈ চাই থাকি অনিৰুদ্ধই মাত লগালে, "মায়া।"

"হুঁ?" তাইৰ মাতত আকস্মিক তন্ময়তা।

"একো নোকোৱা নেকি?"

"নৈৰ ঢৌবোৰ দেখিলে মোৰ ভয় লাগে। মনত পৰে—"

"বাদ দিয়া সেইবোৰ। শুনা।"

তাই বুৰ্বক হৰিণীৰ দৰে অনিৰুদ্ধৰ মুখলৈ থৰ লাগি চাই থাকিল। তাইৰ হাতৰ কোমল মিহিৰি আঙুলিকেইটা হাতৰ মুঠিত লৈ সি ক'লে, "মই এটা কবিতা লিখিছো, মায়া। মানে-লিখিবলৈ আৰম্ভ কৰিছো। কবিতাটো মোৰ—এই জেপতে থৈছিলোঁ নেকি? অ' নহয়। ঘৰতে থাকি আহিল।"

"কি কবিতা?

"ধ'ৰা, কবিতাটোৰ কেইটামান শাৰী মোৰ মনত আছে। শুনিবা নেকি?"

তাই আকৌ অবাক চাৱনিৰে অনিৰুদ্ধলৈ চালে। অনিৰুদ্ধৰ কথাবোৰৰ মাজতো যেন কিবা এক উত্তেজনা প্ৰকাশ পাইছে। এই

উত্তেজনা, এই আবেগ তাই কোনোদিনে তাৰ কথাৰ মাজত পোৱা নাছিল। আজি অনিৰুদ্ধৰ হঠাৎ কি হ'ল!

তাইক অলপ আগতে সোধা প্ৰশ্নটোকে এইবাৰ তাই ঘূৰাই অনিৰুদ্ধক সুধিলে, "আজি তোমাৰ কি হৈছে?"

"তুমিহে দেখোন আকৌ মোক প্ৰশ্ন সুধিলা? মোৰ প্ৰশ্নৰ উত্তৰ দিলা জানো? শুনিবা, কবিতা?"

মায়াই মৃদুভাৱে হাঁহি মুৰ দুপিয়ালে। তাইৰ দুগালত ওলমি থকা সোণালী চুলিখিনিতো লগে লগে এটা ঢো উঠিল।

অনিৰুদ্ধই আবেগ বিহ্বল কণ্ঠে কবিতাটো গাবলৈ ধৰিলে। মায়াই থৰ লাগি তাৰ ওঁঠদুটালৈ চাই চাই কবিতাটো শুনি গ'ল। কবিতা নহয় যেন এয়া কৰবাৰ পাহাৰৰ শিলনি ফালি প্ৰবল বেগেৰে নামি অহা নিজৰাৰ প্ৰচণ্ড শব্দহে তাইৰ কাণত পৰিছে। আজি তাই অনিৰুদ্ধৰ এটা নতুন ৰূপ আবিষ্কাৰ কৰিলে। বাহিৰত কঠুৱা কৰ্কশ গাৰু নিৰ্দয় যেন লগা এই মানুহটোৰ অন্তৰতো যে এনে কোমল-মধুৰ-আবেগ-অনুভূতিৰ এক অনন্ত নিজৰা লুকাই আছে তাই কল্পনাকে কৰিব পৰা নাছিল। আজিহে তাই ভালদৰে উপলব্ধি কৰিলে, ইমানদিনে অনিৰুদ্ধই তাইক কোৱা কথাবোৰৰ অৰ্থ, তইৰ আগতে গোৱা নটকৰ গানবোৰৰ অৰ্থ। নাট্য সমাজত অনিৰুদ্ধই কেইবাদিনো বৰগীত আৰু ভজন গাইছে। তাৰ লগত তানপুৰা বজাইছিল মায়াই।

কবিতাটোৰ কেইটামান শাৰী গাই উঠি অনিৰুদ্ধই মায়াক সুধিলে, "কেনে পালা কবিতালো?"

মায়া বিমোৰত পৰিল। কবিতাটোৰ ভিতৰত থকা কথাখিনি তাই মনতে পাগুলিবলৈ ধৰিলে। কোনোবা এজনী অনিন্দ্যসুন্দৰী নাৰীৰ অসামান্য ৰূপৰ বৰ্ণনা ফুটি উঠিছে কবিতাটোত। মোহময়ী, মায়াবিনী, কুহকিনী সেই নাৰী। কোন তেওঁ? মায়াৰ মনৰ মাজত চিন্তাৰ তুমুল খলকনি উঠিল।

তাই সুধিলে; "সেয়া কোন? কাৰ কথা তুমি কৈছা?" প্ৰশ্নটো

সোধাৰ লগে লগে তাইৰ গাল দুখনলৈ এসোপা তেজ উঠি আহিল। তাই তলমূৰ কৰি হাতৰ আঙুলি পিটিকিবলৈ ধৰিলে।

অনিৰুদ্ধই মিচিকিয়াই হাঁহিলে। তাৰ পিছত ক'লে, "সেয়া তুমি। তুমি!!"

হাতীমূৰা পাহাৰৰ আঁৰত বেলিটো ইতিমধ্যে লুকাই পৰিছিল। মায়াৰ চকুৰ মণিতো পৰিছে পাহাৰৰ ধূসৰ ছাঁ, সন্ধিয়াৰ কোমল আভাস। জাহাজঘাটত মানুহৰ সমাগম পাতল হৈ আহিছে। আজি মাযাই অনিৰুদ্ধৰ সৈতে বহুত কিবাকিবি কথা পাতিম বুলি ভাবি আহিছিল। কিন্তু ভবামতে একো কোৱা নহ'ল। তাইৰ মনটো উচ্‌পিচ্‌বলৈ ধৰিলে। তাইক আটাইতকৈ বেছি আমনি কৰিলে অনিৰুদ্ধই এইমাত্র আবৃত্তি কৰা কবিতাফাকিয়ে—কবিতাফাকিৰ ভিতৰত লুকাই থকা সেই মোহময়ী, ৰহস্যময়ী নাৰী মূৰ্তিটোৱে। অনিৰুদ্ধই জানো মায়াক মাথোন এই তেজমঙহৰ এটা দেহ বুলিয়েই ভাৱে? তেজমঙহৰ বাহিৰে তাইৰজানো আন একো নাই? তাইৰ অন্তৰৰ সঁচা অনুভূতিবোৰ জানো সি আজিলৈকে বুজি পোৱা নাই? মাযাৰ মনত সন্দেহ আৰু সংশযৰ ফুটফুটীযা কাঁইট গজিল। নিশ্চয় অনিৰুদ্ধই তাইক কেৱল তেজ-মঙহৰ এটা দেহ বুলিয়েই ভাৱে। নহলে ইমান দিনে সি এদিনো কিয তাইৰ আগত মনখুলি একো কথা কোৱা নাই। কিয় তাইক ভাল পাওঁ বুলি সি এদিনো খোলা-খুলিকৈ এবাৰো কোৱা নাই?

মনৰ সকলো আবেগ সয'ত্ন সংযত কৰি মাযাই সুধিলে, "তোমাক লৈ ইয়ালৈ কিয ফুৰিবলৈ আহিছো, তুমি অনুমান কৰিব পাৰিছানে?"

অনিৰুদ্ধৰ মনত এতিয়াহে চিন্তা সোমাল।

"নাই।" সি নিৰুদ্বেগচিত্তে ক'লে।

তোমাক মই বিশেষ কথা এটা কবলৈকে আজি ইয়ালৈ মাতি আনিছোঁ।"

"কি কথা; কোৱা, মায়া।"

অনিৰুদ্ধৰ মনটো মায়াই জানে। সেইকাৰণে কিছু নম্ৰভাৱে তাই ক'লে "অৱশ্যে তোমাক মই উপদেশ বা আদেশ দিবলৈ ওলাইছোঁ বুলি নাভাবিবা। শুনা অনিৰুদ্ধ, তোমাৰ ওচৰত মোৰ এটা অনুৰোধ আছে। তুমি সোনকালে গুৱাহাটীৰ পৰা আঁতৰি যোৱা। অন্ততঃ কেইমাহমানৰ বাবে।'

"কিয় ?"

"কিয়, সেই কথা তুমি মোতকৈ ভালদৰে জানা। তোমাৰ ওপৰত পুলিচৰ চোকা নজৰ পৰিছে। মোৰ দেউতাকতো তুমি জানাই। তেওঁ কৰিব নোৱাৰা কাম এতিয়া একো নাই।

"তুমি কি ক'ব খুজিছা ?"

"পুলিচৰ মানুহে দেউতাৰ সৈতে তোমাৰ বিষয়ে কেইদিন মানৰ পৰা বৰকৈ আলোচনা কৰি আছে। বোধহয় কিবা এটা তেওঁলোকে মনতে পাঙিছেও। মোৰ বৰ ভয় লাগিছে, অনিৰুদ্ধ। তুমি সোনকালে গাঁৱলৈ গুচি যোৱা।"

"কিন্তু মায়া, তোমাক এৰি মই—", অনিৰুদ্ধৰ কথাৰ যেন ভাৱসাম্য হেৰাই গ'ল।

"যাবই লাগিব। নহ'লে মই তোমাক চিৰদিনৰ কাৰণে হেৰুৱাব লাগিব।"

দুয়ো কিছুপৰ নিশ্চুপ হৈ থাকিল। নৈৰ সিপাৰৰ চাপৰিৰ পৰা উৰি অহা এজাক বনৰীয়া হাঁহ কল্‌কলাই দুয়োৰে মূৰৰ ওপৰেদি উৰি গ'ল। বোধহয় চকৰদ' পাহাৰৰ নামনিৰ চলচলী বিললৈ যাব।

আক কি জানা, আমাৰ দুয়োৰে কথা দেউতাই গম পাইছে। তেওঁৰ খুবখং উঠি আছে।" মায়াৰ কথাত আতংকৰ সুৰ বাজি উঠিল।

সিদ্ধান্ত লবলৈ অনিৰুদ্ধৰ বেছি সময় নালাগে। সি ঠিক কৰিলে —সি গাঁৱলৈ গুচি যাব, অন্ততঃ কেইমাহমানৰ বাবে।

সি ক'লে, "ঠিক আছে, মায়া। মই যাম। দুই এদিনতে মই গুৱাহাটী এৰি যাম।"

অনিৰুদ্ধৰ মনৰ দৃঢ়তাক কথা মায়াই জানে। যাম বুলিছে যেতিয়া 'সি যাবই। কথাটো ভবাৰ লগে লগে তাইৰ মনত এইবাৰ নতুন সংশয়ৰ উৎপত্তি হ'ল।

"তুমি যাবলৈ ওলোৱাত মোৰ ভালো লাগিছে, ভয়ো লাগিছে।"

"ভয়! আকৌ কিহৰ ভয়?"

"নহয়, মানে—তুমি যদি মোক একেবাৰে পাহৰি যোৱা।"

"ধেৎ, পাগলী; তুমি ইমানদিনে মোক চিনিকে নাপালা, নহয়? পাহাৰি যাম কিয়?"

"মোক পাহৰিব পৰাকৈ তোমাৰ গাঁৱত বহুত কাম ওলাব, ব্যস্ততা ওলাব।" মায়াই জানে, অনিৰুদ্ধই গাৱলৈ গলেও ঘৰত তাইৰ কথা ভাবি বহি নাথাকে। সি তাত গান-থিয়েটাৰ এইবোৰত লাগি যাব। সকলো এৰিব পৰিলে ও সি গান আৰু নাটক এৰিব নোৱাৰে।

"বাৰু বাৰু, মইযে গাঁৱত গৈ তোমাক পাহৰি নাযাওঁ তাৰে প্ৰমাণ মই তোমাক দিম।" কি প্ৰমাণ দিব একো নভৱাকৈয়ে সি এটা প্ৰতিজ্ঞা কৰি পেলালে।

দুয়ো আহি আহি এটা সময়ত থাই আলিত উঠিল। সি মায়াক ঘৰত আগবঢাই থৈ উভতি আহে মানে গুৱাহাটীৰ আলি-পদুলি ডাঠ আন্ধাৰৰ মাজত বুৰ গ'ল।

ঘৰলৈ আহি নিজৰ কোঠাত সোমাই অনিৰুদ্ধই চাকিটো জ্বলাই ল'লে। আজিকালি খুড়ীয়েকে তাৰ কোঠাত চাকি নজ্বলায়। আৰু -পঢ়া. ওলাতো কেতিয়াবাই গ'ল। ইকালে কেতিয়া ঘৰত সোমায়, তাৰো কোনো ঠিক নাথাকে। সেইবাবে অনিৰুদ্ধৰ কোঠাটো তেওঁ আগৰ দৰে চোতা-চিতা নকৰে। [illegible], মনৰ [illegible]। [illegible]আছে

মাথোন কোঠাটো সচা-মচা কৰে, তাৰ কাপোৰ-কানি ধোৱে, ব'দত দিয়ে—ইমানেই।

চাকিৰ ৰঙচুৱা পোহৰত অনিৰুদ্ধই কোঠাটোৰ চাৰিওফালে চাবলৈ ধৰিলে। কোঠাটোৰ চাল-বেৰৰ অ'ত ত'ত মকৰাই জাল বান্ধিছে। অনিৰুদ্ধৰ নিজকে খুব অপৰাধী যেন লাগিল। খুড়ীয়েকে তাক লৈ বহু আশা কৰিছিল। তেওঁৰ সকলো আশা সি মষিমূৰ কৰি পেলালে।

অলপ পিছতে খুড়াক আহি পিৰালিত বহা অনিৰুদ্ধই গম পালে। সি কোঠাৰ পৰা ওলাই পিৰালিৰ ফা'ক আগুৱাই আহিল। সি গাঁৱলৈ যাবলৈ তলোৱা সিদ্ধান্তটো খুড়াকক জনাব।

সি কাষত গৈ থিয় হোৱাৰ লগে লগে কৃষ্ণকান্তই ক'লে, "অ' মইনা দেখোন। তই ঘৰতে আছ। মই আকৌ তই ঘৰত থকা কথাটো গমেই পোৱা নাছিলোঁ।"

অনিৰুদ্ধই লাহেকৈ ক'লে, "অলপ ফুৰিবলৈ গৈছিলোঁ।

"ফুৰিবলৈ। তই জানো মুকলিকৈ ফুৰিব পৰা হৈছ?"

খুড়াকৰ কথাৰ অৰ্থটো সি বুজি পালে।

"সন্ধিয়া সিমান এটা দিগদাৰি নহয়।" সামান্যভাৱে হাঁহিবলৈ যত্ন কৰি সি ক'লে, "অকল মোৰ পিছত লাগি থাকিলে গুৱাহাটীৰ পুলিচে আন কামবোৰ কেতিয়া কৰিব "

কৃষ্ণকান্তই মন কৰিলে, অনিৰুদ্ধৰ কথাৰ দৃঢ়তাৰ মাজতো যেন কিবা এটা সংশয়, কিবা এটা সংকোচৰ সুৰ লুকাই আছে। অনিৰুদ্ধৰ কথাৰ এই-সুৰ কৃষ্ণকান্তৰ বাবে তেনেই অচিনাকি। সি যেন কৃষ্ণকান্তক কিবা এটা কবলৈ আহিছে, কিন্তু কব পৰা নাই—তাৰ মনৰ ভাবটো অনুমানতে ধৰিবলৈ কৃষ্ণকান্তই তাক আৰু কাষলৈ মাতি আনি ক'লে, "মইনা, আহ। এইখিনিতে—এই ইয়াতে বহ।"

সি খুড়াকৰ নিচেই কাষতে পীৰা এখনত বহিল। তাৰ মনৰ উচপিচনিটো তেওঁ এইবাৰ স্পষ্টকৈ গম পালে।

তেওঁ সুধিলে, "মইনা, তই কিবা কব খুজিছ নেকি?"

"আপোনাক কথা ক'ব খুজিছোঁ।"

"ক আকৌ। কথাটো কবলৈকে তোৰ ইমান সময় লাগিছেনে ?"

"নহয়—মই—মই ঘৰলৈ যাওঁ বুলি ভাবিছোঁ।"

তাৰ কথাষাৰ শুনি কৃষ্ণকান্ত জাঁপ মাৰি উঠিল, "কি ? তই ঘৰলৈ যাবি ? কিয় ? মোৰ ইয়াত তই কিবা অসুবিধা পাইছ নেকি ?"

"নাই নাই। অসুবিধা কি পাম ? একো অসুবিধা পোৱা নাই।"

"তেনেহ'লে খুড়ীয়েৰক তই কিবা কথাত বেয়া পাইছ ?"

"নাই নাই, আপুনি যে কি কথাবোৰ কৈছ !"

"তেনেহলে তই মোক বেয়া পাইছ ?"

"আপুনি মোৰ কথাটো শুনি লওকচোন, খুড়াদেউ।"

"ক, কিয় তই হঠাৎ এনেকৈ ঘৰলৈ যাবলৈ ওলাইছ ?"

"আপুনি জানেই, ইয়াত মানে গুৱাহাটীত—থাকিবলৈ মোৰ দিনে দিনে বিপদ হৈ আহিছে। অসুবিধা হৈ আহিছে। আপোনাৰ ঘৰত থকাৰ অসুবিধাৰ কথা এইটো নহয়।"

কৃষ্ণকান্তই অনিৰুদ্ধৰ কথাটো বুজি পালে। লগতে ভাবিলে যে নিজৰ যি হয় হ'ব, কিন্তু অনিৰুদ্ধ নিৰাপদে থাকিলে ভাল হয়। তাৰ ওপৰতে ঘৰখনৰ সকলো আশা বৈ আছে। নিজকে সম্বৰণ কৰি কৃষ্ণকান্তই এইবাৰ আবেগশূন্য মাতেৰে সুধিলে, "কেতিয়া যাবি ? কিমান দিনৰ বাবে যাবি ?"

"পাৰিলে কাইলৈ পুৱাতে যাম। বেছিদিনৰ কাৰণে নহয়, বৰ বেছি দুমাহ। তাৰ পিছত আকৌ আহিম।" এটা সৰু ল'ৰাক কোৱাৰ দৰে অনিৰুদ্ধই খুড়াকক কথাখিনি ক'লে।

"যাবি যাবি। মই তোক হকা বধা নকৰোঁ। কিন্তু এটা কথা মইনা," কৃষ্ণকান্তই সৰু মাতেৰে ক'লে, "তই খুড়ীয়েকৰ কথাটোৰ নকৰিবি। মমুহজনীয়ে মনত বৰ দুখ পাব। তই পুৱা—খুব পুৱাতে—গুচি যাবি। পিছত মইমানুহজনীক কিবা এটা ফাকি—চাকি দিম লেচোন।"

"নহয় খুড়াদেউ, মই খুড়ীদেউক কথাটো নজনোৱাকৈ নাযাওঁ।

খুড়ীদেউক আমি বহুত কাঁকি দি আহিছো ইমান দিনে। আপুনিও তেওঁক সঁচা কথা নকয়। মোৰ ভাব হৈছে আমি দুয়ো কেন একজনী সৰলমনা নাৰীক ইচ্ছা কৰিয়েই বহুত শাস্তি দিছো। এইটো উচিত হোৱা নাই। মই খুড়ীদেউক কথাটো জনাইহে যাম।" অনিৰুদ্ধৰ কণ্ঠ আবেগবিধুৰ হৈ পৰিল।

নিৰুপায় হৈ কৃষ্ণকান্তই তাৰ কথাতে হয়-ভৰ দিলে, "তেনেহলে কৈ যাবি। ক।" কৃষ্ণকান্তই চিঞৰ মাৰি খৈনীয়েকক মাতিলে, "হেৰা, শুনাচোন। শুনা।"

গিৰিয়েকৰ চিঞৰ শুনি বেণু পাকঘৰৰ পৰা দৌৰি পিৰালিলৈ আহিল। তেওঁ আহি থিয় দিয়াৰ লগে লগে কৃষ্ণকান্তই আগধৰি কথাটো ক'লে। তেওঁৰ কথাত বেণু আচৰিত হৈ গ'ল।

অনিৰুদ্ধৰ মুখলৈ চাই তেওঁ সুধিলে, "হয়নে মইনা, তই ঘৰলৈ যাবি?"

"হয় খুড়ীদেউ।"

"কিন্তু—তই—"

"গলেও মই সোনকালে আহিম।"

"আহিবি, বুইছো মইনা। তই আৰু এইখন ঘৰলৈ কেতিয়াও নাহ। কিয় আহিবি? কি আছে এইখন ঘৰত?" মাহুহজনীয়ে কন্দনা মুৰা হৈ অনিৰুদ্ধক সুধিলে, "তই আমাক কিবা কথাত বেয়া পাইছ নেকি, মইনা?"

অনিৰুদ্ধই সজোৰে হাতভৰি জোকাৰি কোৱাৰ দৰে ক'লে, "নাই, খুড়ীদেউ। আপুনি সেইবোৰ কথা কিয় ভাবিছে? আপোনালোকে কথাটো ইমান জটিল কৰি নুতুলিব চোন।"

"তেনেহলে তই ইয়াৰ পৰা যাব কিয়?"

"মই দেখিছো আপোনাক সকলো কথা খুলিয়েই কব লাগিব।"

কথাটো খুলি ক'লে মাহুহজনীয়ে আকৌ কিবুমান অযথা চিন্তা কৰিব, এই ভাবি কৃষ্ণকান্তই দুয়োকো কথাৰ মাজতে মাত লগালে,

“নালাগে মইনা, সেইবোৰ আৰু কৈ—থাই থকাৰ সময় নাই। আৰু বেণু, তুমিও শুনা। সি যাবই যেতিয়া আৰু কথা বঢ়াই থাকি কি হ'ব? যা—যোগাৰ কৰা। পুৱালৈ সময়ত নহ'ব। এতিয়াই তাৰ কাপোৰ-কানি, খোৱাবস্তু সকলো বান্ধি-কুন্ধি সাজু কৰি থোৱা। যোৱা।”

নাকৰ পানী মচি মচি মাতৃহজনী আকৌ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। কৃষ্ণকান্ত পিৰালিতে বহি থাকিল। অনিৰুদ্ধও লাহে লাহে তাৰ কোঠালৈ সোমাই গ'ল। চাকিটোৰ শলিতাডালত হুঁইৰ থোপা বান্ধিছে। আঙুলিৰে টিলিকি মাৰি সি থোপাটো ভাঙি দিলে। আঙুলিৰ আগটো ক'লা পৰি গ'ল। মূৰৰ চুলিৰ মাজত আঙুলিটো ঘঁহি ঘঁহি চাফা কৰি সি বিচনাত বহিল। বিচনাত বহাৰ লগে লগে তাৰ আধালিখা কবিতাটোলৈ মনত পৰিল। কাগজখিলা বিচনাৰ তলৰ পৰা উলিয়াই আনি সি চাকিৰ পোহৰত ধৰিলে। কবিতাফাকি আকৌ এবাৰ সি গুনগুনাই পঢ়িলে। তুবাৰমান তেনেকৈ গুনগুনাই থাকোঁতে আৰু দুটামান শাৰী তাৰ মনৰ পৰা ওলাই আহিল। শাৰী কেইটা সি পেঞ্চিলডালেৰে কাগজখিলাত টুকি থলে। কবিতাটোৰ ভিতৰত লুকাই থকা সেই অপূৰ্ব সুন্দৰী নাৰী গৰাকীৰ কথা ভাবি তন্ময় হৈ থাকোঁতে অনিৰুদ্ধই আকৌ পিৰালিত খুড়াকৰ মাত শুনিলে। অনিৰুদ্ধৰ উদ্দেশ্যে তেওঁ কৈছে, “হেৰি নহয় মইনা, তই ঘৰলৈ যাবি যেতিয়া ভালেই হ'ল এক প্ৰকাৰ।”

অনিৰুদ্ধ আকৌ পিৰালিলৈ ওলাই আহিল, “কিয়?”

“ককাইদেউৰ অসুখ টান বুলি শুনিছো। তই তেওঁক অলপ চোৱা-চিতা কৰিব পাৰিবি।”

অনিৰুদ্ধৰ পিতাকৰ অসুখ টান বুলি কৃষ্ণকান্তই জানিও কোৱা নাছিল। এতিয়া হঠাৎ মুখৰ পৰা ওলাই গ'ল। আচলতে সি গুৱাহাটীৰ পৰা যাব লগা হোৱাৰ ভাল কাৰণ এটা বেণুৰ বাবে বিচাৰি থাকোঁতে হঠাৎ কথাটো তেওঁৰ মনত পৰি গ'ল। কথাটো শুনি অনিৰুদ্ধৰ বুকুখন চিৰিং কৈ গ'ল। আজি ইমান বছৰে সি এবাৰো ঘৰলৈ যোৱা নাই।

নিজৰ অজ্ঞাতে সি যেন কৃষ্ণকান্তৰ পথকে অনুসৰণ কৰিবলৈ লৈছে। কৃষ্ণকান্তই কৰা ভুলবোৰকে সিও কৰিবলৈ লৈছে। এক অসহ্য বেদনাত অনিৰুদ্ধৰ মন চটফটাই উঠিল। পিতাকৰ টান অসুখৰ খবৰটোৱে তাক অস্থিৰ কৰি তুলিলে।

"পিতাৰ অসুখ টান বুলি জানিও আপুনি মোক কোৱা নাছিল কিয় ?" তাৰ মাতত কিঞ্চিৎ কঠোৰতা ফুটি উঠিল। এনেকুৱা সুৰেৰে সি সাধাৰণতে খুড়াকৰ আগত কথা নকয়। আজি সি নিজকে চম্ভালিব নোৱাৰিলে।

"মানা কৰিছে।"

"পিতাই ? কিয় ?"

"খুড়ীয়েৰৰ কাৰণে।"

"কিয়, খুড়ীদেৱে কি কৰিলে ?"

"ককাইদেৱে খুড়ীয়েৰক ঘৰলৈ যাবলৈ নিদিয়ে। মোকো নিদিযে। সেই কাৰণে খবৰ দিবলৈ মানা কৰিছে।"

পাকঘৰত কাঁহি-বাতিৰ শব্দ হ'ল। কলহৰ পৰা চৰিয়াত ঢালি লোৱা পানীখিনিত বেণুৰ চকুৰ পৰাও দুটোপাল পানী আহি টপৰ্ টপৰ্ কৈ পৰিল। চৰিযাৰ পানীত দুটা সৰু ঢৌ উঠিল। ক্ষন্তেক পিছতে ঢৌ দুটা বহল হৈ গৈ চৰিয়াৰ কানত অদৃশ্য হৈ পৰিল। কৃষ্ণকান্ত আৰু অনিৰুদ্ধৰ কথা-বতৰা বেণুৰ কাণত ন পৰিল। কেতিয়াবা কৃষ্ণকান্তৰ দুই-এষাৰ কথা পিৰালি পাৰহৈ পাকঘৰৰ দুৱাৰমুখলৈকে আহে, কিন্তু ভিতৰলৈ নোসোমায়।

বেণুৱে শুনুনক বুলিয়েই কৃষ্ণকান্তই কথাখিনি সৰুকৈ ক'লে' "মই খুড়ীয়েৰক ঘৰৰ অসম্মত বিয়া কৰাই ছিলো।"

"ঘৰৰ মানে—"

"ককাই দেউইঁতে খুব আপত্তি কৰিছিল। খুড়ীয়েৰৰ ঘৰখনেও প্ৰবল বাধা দিছিল বিয়াত। মুঠতে দুয়োখন ঘৰৰে আপত্তি।"

"কিয়, পিতাই কিয় বাধা দিছিল ?"

"সেইবোৰ কথা কৈনো কি লাভ এতিয়া।" কৃষ্ণকান্তই কথাৰ সুৰত প্ৰচ্ছন্ন শ্লেষ সানি ক'লে, "আমাৰ দুয়োৰে জাত বেলেগ। আমি হ'লো কলিতা মানুহ আৰু খুড়ীয়েৰ বামুণৰ ছোৱালী। তাতে বিধবা। ক'ত আৰু আমাৰ সমাজে সহ্য কৰিব। মোৰ বাবে সমাজৰ ৰৰঘৰৰ দুৱাৰ চিৰদিনৰ বাবে বন্ধ হৈ গৈছে।"

"মোক ইমানদিনে এইবোৰ কথা আপুনি কোৱা নাছিল কিয়, খুড়াদেউ?"

"কোৱাৰ সময় হোৱা নাছিল। এতিয়া হৈছে। তয়ো ডনাবুজা হৈছ। কথাবোৰ জানি থোৱা ভাল মইনা। আমি ক'ত আছো, কেনেকুৱা পৰিবেশত আছো, আমাৰ সমাজখন আচলতে কেনে— এইবোৰ কথা তই জানি ল।"

"তথাপি, এতিযাতো আপুনি গাঁৱৰ ঘৰলৈ যাব পাৰে?"

কৃষ্ণকান্তই এটা দীঘল হুমুনিযাহ এৰি দিলে। ইমান দিনে তেওঁ অনিৰুদ্ধক নোকোৱাকৈ ৰখা কথা এটা কৰলৈ তলোৱাৰ দৰে এবাৰ ইফালে সিফালে চালে। পিবালিৰ পৰা তেওঁ উমান লবলৈ চেষ্টা কৰিলে—ৰেণু কোনফালে আছে। পাকঘৰত আছে যদি চিন্তা নাই— কৃষ্ণকান্তৰ কথা শুনি নাপায। এনেতে পাকঘৰত কাঁহী-বাতিৰ ঠুংঠাং শব্দ হ'ল। তেওঁ বুজি পালে, ৰেণু পাকঘৰত ব্যস্ত। গতিকে কথাটো অনিৰুদ্ধৰ আগত কবলৈ তেওঁ সাজু হ'ল। অনিৰুদ্ধও এতিয়া সৰু ল'ৰা হৈ থকা নাই, চযল ডেকা। কৃষ্ণকান্তৰ নিজৰ জীৱনৰ গোপন অধ্যায় এটাৰ বুজলবৰ জোখাৰে তাৰ মানসিক অৱস্থা যথেষ্ট পৈনত হৈছে।

কৃষ্ণকান্তই বাহিৰৰ ফালে শূন্য দৃষ্টিৰে চাই চাই ক'লে, "মই এতিয়াও ঘৰলৈ যাব নোৱাৰোঁ। ককাইদেৱে কৈ থৈছে যেতিয়ালৈকে তেওঁ জীয়াই থাকিব, তেতিয়ালৈকে গাঁৱৰ ঘৰত মোৰ প্ৰৱেশ নিষেধ। অৱশ্যে চিঠি-পত্ৰৰ আদান-প্ৰদান হৈ থাকে। খুড়ীয়েৰে আমাৰ গাঁৱৰ ঘৰ দেখাই নাই। যাবলৈ তেওঁ খুব ইচ্ছা কৰে। কৰিলে কি হ'ব? মোৰ লগতে তেওঁকো সমাজে এৰৰীয়া কৰিছে।"

অনিৰুদ্ধই আজি এখন নতুন জগতৰ সন্ধান পালে। খুড়াকৰ ৰহস্যময় চৰিত্ৰৰ অসংখ্য বন্ধ খিৰিকীৰ মাজত এখন খিৰিকী যেন হঠাতে তাৰ সন্মুখত খোল খাই গ'ল। এক আচহুৱা অনুভূতিত তাৰ মন ৰোমাঞ্চিত হৈ উঠিল। সাউৎকৈ পাকঘৰলৈ দৌৰ মাৰি গৈ খুড়ীয়েকৰ ভৰি চুই সেৱা এটা কৰিবলৈ তাৰ মনত প্ৰবল ইচ্ছা হ'ল। আজি ইমান দিনে নজনা কথা এটা জনাৰ পিছত মানুহজনী এগৰাকী দেৱী হৈ তাৰ মনত ধৰা দিলে। এইজনী মানুহৰ মনত দুখ দিব পৰা একো কাম সি কৰিব নোৱাৰে। সি অনুভৱ কৰিলে, তাৰ কৰ্তব্যৰ বোজাটো যেন ক্ৰমে গধুৰ হৈ আহিবলৈ ধৰিছে। কোনোদিনে নহঁহা এইজনী মানুহৰ মুখত হাঁহি বিৰিঙাৰ পৰা কিবা এটা কৰিবলৈ অনিৰুদ্ধৰ চিত্ত চঞ্চল হৈ উঠিল। কিন্তু, পিছ মুহূৰ্ততে তাৰ মন দ্বিধা, দ্বন্দ্ব আৰু সংশয়েৰে ভৰি পৰিল। সি পাৰিব জানো? পৰিব জানো সি একেলগে ইমান কাম কৰিবলৈ?

খুড়াকক পিৰালিতে এৰি সি পাকঘৰলৈ আহিল। পাকঘৰত খুড়ীয়েক নাই; ঘৰৰ পিছফালে থিয়দি আছে। সিও পিছফালে গ'ল। বাহিৰত আন্ধাৰ। অনিৰুদ্ধৰ খোজৰ শব্দ শুনি মানুহজনীয়ে আন্ধাৰতে পিছলৈ ঘূৰি চালে আৰু মনৰ অস্থিৰ আবেগ ঢাকি স্বাভাৱিক সুৰে তাক মাতিলে, "মইনা।"

"খুড়ীদেউ, আপুনি আন্ধাৰত এনেকৈ—" অনিৰুদ্ধই কথাষাৰ শেষ কৰিবলৈ নৌপাওঁতেই বেণুৱে ক'লে, "তই ঘৰলৈ যাব খুজিছ, যাবি। এতিয়াতো তোক আৰু মই হুকা বধা কৰিব নোৱাৰোঁ। তই নিজে সকলো কথা বুজি পোৱা হৈছ, বিবেচনা কৰিব পৰা হৈছ। কিন্তু গ'লেও তই আকৌ যেনেতেনে ঘূৰি আহিবি।" বেণুৰ কণ্ঠত কাতৰ মিনতিৰ সুৰ বাজি উঠিল, "খুড়াৰক দেখিছই। মানুহজনৰ মনটোকে মই আজিলৈকে বুজিব নোৱাৰিলোঁ। মোৰ আগত তেওঁ একো কথাকে খুলি নকয়। কেতিয়া কি কৰি পেলায় হঠাৎ একো ঠিক নাই। তই জগত থাকিলে মই অলপ সাহস পাওঁ অ' মইনা।"

অনিৰুদ্ধই কি ক'ব কি নক'ব একো ঠিবাং কৰিব নোৱাৰিলে। খুড়ীয়েকৰ কথাখিনিয়ে তাৰ হৃদয় বিদীৰ্ণ কৰি পেলালে। মানুহজনীৰ কথাত কিবা এক আতংকৰ সুৰো নিহিত হৈ আছে। হয়তো নিঃসংগ-তাৰ গভীৰ উপলব্ধিৰ বুকুতে এই আতংকৰ জন্ম হৈছে। অনিৰুদ্ধ ঘৰলৈ গ'লে তেওঁ একেবাৰে অকলশৰীয়া হৈ পৰিব, নিৰালম্ব হৈ পৰিব—এই অনুভৱে তেওঁক বিহ্বল কৰি তুলিছে।

খুড়ীয়েকক বুজাবৰ ভাষা বিচাৰি সি ওপৰলৈ চালে। ওপৰত ৰাতিৰ বিশাল অন্ধকাৰ আকাশ। অ'ত ত'ত দুই এটা মাথোন নিষ্প্ৰভ তৰা। আকাশৰ একুকত অকলশৰে জ্বলি থকা এটা অনুজ্জ্বল তৰাই অনিৰুদ্ধৰ মনটো কাঢ়ি লৈ গ'ল—তাৰ গাঁৱৰ কোনোবা দুখুনী বিধবাৰ চোতালৰ তুলসীতলত জ্বলি থকা এটা যেন মাটিৰ চাকি—মাজে মাজে কঁপে, মাজে মাজে স্থিৰ হৈ পৰে। অকলশৰীয়া ওবাটোৱে যেন এই মুহূৰ্তত বেণুৰ মনৰ কথাকে অনিৰুদ্ধৰ আগত ধীৰে ধীৰে কবলৈ ধৰিছে।

পাকঘৰত মেকুৰীয়ে কিবা এটা খটংকৈ বগৰাই দিলে। বেণু তৎক্ষণাৎ পাকঘৰলৈ আহিল। খুড়ীয়েকৰ পিছে পিছে অনিৰুদ্ধও পাকঘৰৰ দুৱাৰ মুখলৈকে আহিল। দুৱাৰমুখত থিয় দিওঁতেই তাৰ দুভৰিৰ মাজেদি মেকুৰীটো পলাই গ'ল। গৈ অলপ দূৰত মিউ মিউ কৰিবলৈ ধৰিলে। তাৰ চিঞৰ শুনি পিৰালিত বহি থকা কৃষ্ণকান্তৰ সামান্য খং উঠিল। তাৰে পৰা তেওঁ চিঞৰি ক'লে, "সেইটোনো ক'ত মৰিবলৈ আহিছে! কোনোবাই তাক খেদি দিব নোৱাৰেনে?"

কৃষ্ণকান্তই কাক উদ্দেশ্য কৰি কথাখিনি ক'লে বুজা নগ'ল। অনিৰুদ্ধ দুবাৰমান হাত চাপৰি বজাই আৰু মুখেৰে দুটামান শব্দ কৰি মেকুৰীটো খেদি পঠিয়ালে।

## ন

কাইলৈ ৰাতিপুৱাতেই অনিৰুদ্ধ গাঁৱৰ ঘৰলৈ যাব। আজি বহুদিন সি ঘৰলৈ যোৱা নাই। সেই যি তাহানিতে জাহাজেৰে আহি গুৱাহাটী পাইছিল, সেই দিন ধৰি আৰু সি গাঁৱৰ ঘৰখন দেখা নাই। মাক, পিতাক, বেলিৰাম কাকো দেখা নাই। বেলিৰামৰ মূৰত তগৰ ফুলৰ মালাৰ দৰে ওলমি থকা আধা পকা চুলিখিনি এতিয়া কিজানি কদমফুলীয়া হৈ পকিছে। পিতাকৰ নৰিয়া বা কিমান টান হৈছে। এই বয়সত হাপানীয়ে ধৰা মানে জীয়া যমে চুলিত ধৰা। সি গৈ পিতাকক দেখা পাব নে নাপায়। পালেও তাক বা কি কয়। তাৰ অপৰাধ তেওঁ ক্ষমা কৰিবনে? গোটেই গাওঁ আৰু ঘৰৰ আশাৰ স্থল আছিল সি। সেই আশা সি পূৰণ কৰিব নোৱাৰিলে। পঢ়ি-শুনি ডাঙৰ মানুহ হৈ বংশৰ নাম উজ্জ্বল কৰাটো দূৰৈৰ কথা, সি এতিয়া গোটেই গাওঁ আৰু ঘৰৰ কলংক স্বৰূপহে হৈ পৰিছে। তাৰ পঢ়া-শুনা কেতিযাবাই গ'ল। জীৱনৰ কোনো সংস্থানো নহ'ল। বৰং সি এতিযা পুলিচৰ ভযত দিহিঙে-দিপাঙে পলাই ফুৰিব লগাহে হৈছে। ঘৰলৈ গলেও সি গাঁৱতে নজৰবন্দী হৈ থাকিব লাগিব। তাৰ গাৰ পৰা এনাৰ্কিষ্ট আখ্যাৰ চেকা মুগুছে মানে সি এনেদৰেই মানুহৰ পৰা পলাই পলাই মানুহৰ মুক্তিৰ কাৰণে যুঁজিব লাগিব।

এশ-এবুৰি চিন্তাই অনিৰুদ্ধৰ মন জুমুৰি দি ধৰিলেহি।

পাকঘৰত খুড়ীয়েকে তাৰ বাবে জা-জলপান যোগাৰ কৰিবলৈ ধৰিছে। সেইখিনি সি বাত্তিপুৱা লগত লৈ ঘৰলৈ যাব—জাহাজত খাবলৈ। এদিন মাকেও এনেদৰে তাক জলপান যুগুতাই দিছিল। এইদৰে

দিয়া জলপানত বহুত আশা আৰু আশীৰ্ব্বাদ সোমাই থাকে। আজি খুড়ীয়েকেও নিশ্চয় মনতে কিবা আশা কৰিয়েই জলপানৰ যোগাৰ কৰিছে। তাৰ ভাব হ'ল দুইজনী মানুহৰ প্ৰতি সি যেন বহুত অন্যায় কৰিছে। আশাত বন্দী হৈ থকা এই দুগৰাকী নাৰীৰ প্ৰতি সি দেখুউৱা অৱহেলা আৰু অকৃতজ্ঞতাৰ বাবে তাৰ মন গভীৰ গ্লানিৰে ভৰি উঠিল। এক আচহুৱা অনুভূতিয়ে তাৰ মন গ্ৰাস কৰি পেলালে।

এই গ্লানিৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় কি? দেশৰ মুক্তি কেনেকৈ আহিব? হিংসাৰে নে অহিংসাৰে? খুড়াক, সি, মইনুল, ক্ষুদিৰাম, খানচাহাব, দয়ানন্দ স্বামী শুদ্ধনে জগন্নাথ বৰুৱা, বৰদলৈ উকীল শুদ্ধ? পুলিচৰ কোবত ভাগি-ছিগি চূৰ্ণ হৈ যোৱা মিলন সংঘৰ পথ শুদ্ধ নে আছাম এছোছিয়েশ্যনৰ পথ শুদ্ধ? বিশাল সমৰ সজ্জা আৰু ভয়ঙ্কৰ যুদ্ধৰ ভাবুকিৰে পৃথিবীৰ সুমেৰু-কুমেৰু কঁপাই তোলা সাম্ৰাজ্যবাদী ইংৰাজসকলক আবেদন-নিবেদন কৰি জানো আছাম এছোছিয়েশ্যনে বিতাৰিত কৰিব পাৰিব? —আদি অন্ত নোহোৱা এনেকুৱা অসংখ্য প্ৰশ্ন অনিৰুদ্ধৰ মনত উদয় হ'ল। কিছুমান উত্তৰ সি পালে, কিছুমান প্ৰশ্ন উত্তৰবিহীন ভাৱে এটা নিষ্ফল দিনৰ বেলিৰ দৰে মাৰ গ'ল।

এনেতে চোতালত কাৰোবাৰ খোজৰ শব্দ শুনা গ'ল। বোধহয় কৃষ্ণকান্ত আহিল। অৱশ্যে কৃষ্ণকান্ত আহিলে ইমান চুপচাপকৈ নাহে, পঠুলিৰ পৰা ৰেণু বা মইনা কোনোবা এজনক চিঞৰি মাতে।

মানুহজন আহি একেকোবে পিৰালিত উঠিল। ৰেণুৱে বেৰ জলঙাৰে জুমি চালে। আন্ধাৰত একো নেদেখি তথাপি ৰেণুৱে অনুমান কৰিব পাৰিলে যে মানুহজন কৃষ্ণকান্ত নহয়, আন কোনোবা। ৰেণুৱে ঘৰৰ ভিতৰ দুৱাৰেদি অনিৰুদ্ধৰ কোঠালৈ আহি তাক মানুহজন অহাৰ কথা ক'লে, "মইনা, কোনোবা এজন আহিছে। খুড়াৰ নাই। মানুহজনক পঠিয়াই দেগৈ।

আজিকালি কোন মানুহ কি মতলবত আছে ঠিক নাই। অনিৰুদ্ধই

সন্দিগ্ধ মনেৰে পিবালিলৈ ওলাই আহিল।' বাহিৰত আন্ধাৰ আছে যদিও সি মানুহজনক তৎক্ষণাৎ চিনি পালে। ববদলৈ উকীল। অনিৰুদ্ধক দেখাৰ লগে লগে ববদলৈয়ে সুধিলে, "তুমি হবলা অনিৰুদ্ধ?"

অনিৰুদ্ধই ভাব-লেশহীন ভাবে উত্তৰ দিলে, "হয়।"

"কৃষ্ণকান্ত নাই নেকি ?"

"নাই। খুড়াদেউ আজিকালি ঘৰত নাথাকেই।" সম্পূৰ্ণ মিছা কথা এটা কৈ পেলালে। এতিয়া কৃষ্ণকান্ত ঘৰত নাই সঁচা, কিন্তু তেওঁ আজিকালি ঘৰত থাকে। অলপ আগতে তেওঁ ওলাই গৈছেহে।

ববদলৈয়ে হাঁহি মাৰি অনিৰুদ্ধক সহজ কৰিবলৈ চেষ্টা কৰি সুধিলে, "তুমি মোক চিনি পাইছানে ?"

অনিৰুদ্ধই একো নামাতিলে।

"মোৰ নাম ববদলৈ। ওকালতি কৰোঁ। মাজে মাজে এছোছিয়ে-শ্যনৰ কাম কৰোঁ।"

অনিৰুদ্ধই ববদলৈক ভালদৰে জানে। তথাপি মানুহ জনে নিজে নিজৰ পৰিচয় দিয়াত অনিৰুদ্ধই তেওঁক বহিবলৈ দিলে। সি নিজেও তেওঁৰ কাষতে বহিল।

ববদলৈয়ে ক'লে, "কৃষ্ণকান্ত নাই যেতিয়া তোমাৰ লগতে দুআষাৰমান কথা পাতোঁ।' অৱশ্যে, ৰাতিও হৈছে। মই বেছি সময় নাথাকোঁ।" তেওঁ গল হেকাৰি মাৰি সুৰ বদলাই সুধিলে, "তুমি কলিকতাৰ ঘটনাবোৰ শুনিছা নহয় ?"

অনিৰুদ্ধই সকলো খবৰ পায়। সি আন্ধাৰতে মুৰ দুপিয়াই ক'লে, "হয়।"

ববদলৈয়ে কৈ গ'ল, "গোটেই দেশতে স্বৰাজ বিচৰাৰ নামত সন্ত্ৰাসবাদী দলবোৰৰ কাৰ্য-কলাপ বৃদ্ধি পাইছে। অসমতো তাৰ ব্যতিক্ৰম ঘটা নাই। কিন্তু বৃটিছ চৰকাৰে এইটো সহ্য নকৰে। বৰং কঠোৰভাৱে দমন কৰিবলৈহে সাজু হৈছে। তুমি বেয়া পাপাৰা,- গুৱাহাটীৰ পুলিচৰ ফাইলত কৃষ্ণকান্ত আৰু তোমাৰ নাম বেয়া খবৰে

উঠিছে। তুমি যুগান্তৰ কাকত পঢ়া, নহয়? তাত কালি ওলাইছে— তিলককো হেনো গেপ্তাৰ কৰিলে। শুনিছোঁ এইবাৰ জেলৰ শাস্তিও কঠোৰ। ইফালে বিপিন পাল আৰু ব্ৰহ্মবান্ধৱতো জেলত সোমালেই। অৰবিন্দ বাকী আছিল। এইমাত্ৰ শুনি আহিছোঁ তেওঁকো বোলে ধৰিলে। গতিকে জেলৰ বাহিৰত থাকিল কোন? তুমি, মই, কৃষ্ণকান্ত—এইবোৰহে।" অনিৰুদ্ধই হঁা-না একো নোকোৱাকৈয়ে শান্তভাৱে কথাখিনি শুনি গ'ল। বৰদলৈয়ে তেওঁৰ স্বাভাৱিক সুমিষ্ট কণ্ঠ আৰু নম্ৰতাৰে কৈ গ'ল, "আমাৰ ইযাতো কঠোৰ দমন চলিবলৈ ধৰিছে—বিশেষকৈ আশ্ৰমৰ ঘটনাৰ পিছত।"

বৰদলৈয়ে বিশেষকৈ কি কথা কবলৈ আহিছে এতিয়ালৈকে স্পষ্ট নোহোৱাত অনিৰুদ্ধৰ গাত উচপিচনি উঠিল। ইমান দীঘলীয়া বক্তৃতা শুনিবলৈ তাৰ ধৈৰ্য নাই। বৰদলৈ বুধিয়ক মানুহ। তেওঁ অনিৰুদ্ধৰ মনৰ অৱস্থা তৎক্ষণাৎ ধৰি পেলালে। সেই বাবে তেওঁ কিছু পোনপটীয়া কথালৈ আহিল, "তোমালোকক মই ভালদৰে জানো। তোমালোকেও স্বৰাজ বিচাৰিছা, আমিও বিচাৰিছোঁ—মানে আমাৰ এছোছিয়েশ্যনৰো বৰ্তমান উদ্দেশ্য সেইটো। আমাৰ লক্ষ্য একেটাই। মাত্ৰ পদ্ধতি দুটাহে বেলেগ বেলেগ।"

বৰদলৈয়ে কি কবলৈ এই ৰাতিখন ইয়ালৈ আহিছে অনিৰুদ্ধই এতিয়াহে বুজি পালে।

বৰদলৈয়ে আকৌ ক'লে, "মই কৃষ্ণকান্তকো কৈছিলোঁ কথাটো। এতিয়া তোমাকো ক'লোঁ। তোমালোক দুজন—বিশেষকৈ তোমাৰ ওপৰতে পুলিচৰ নজৰ বেছি। আমাৰো নজৰ তোমাৰ ওপৰতে। আমি তোমাক আমাৰ মাজত বিচাৰিছোঁ। ডেকা ল'ৰা— তোমাৰ দৰে ডেকা ল'ৰা আমাক লাগে। মিছামিছিকৈ জেলত জীয়াতু ভুগি তোমাৰ কি লাভ, দেশৰ কি লাভ? তোমাক কৈছোঁৱেই, দেশৰ সকলোবোৰ আগশাৰীৰ নেতা এতিয়া জেলত। কেতিয়া ওলাব তাৰ কোন নিশ্চয়তা নাই।"

এছোছিয়েশ্যনৰ সৈতে কৃষ্ণকান্তৰ বিৰোধিতাৰ কথা অনিৰুদ্ধই জানে। এতিয়া সিও এছোছিয়েশ্যনৰ মানুহক বেয়া পায়—বৃটিছ-সকলৰ প্ৰতি তেওঁলোকে দেখুউৱা সহনশীলতাৰ কাৰণে। পুলিচৰ অত্যাচাৰ আৰু জেলৰ শাস্তিৰ কথা শুনি ভয় কৰা মানুহ সি নহয়। নাইবা, বৰদলৈৰ কথাতেই নিজৰ পথৰ পৰা পিছুৱায়ো নাহে। কিন্তু খুড়াক আৰু খুড়ীয়েকৰ সংসাৰখন ধ্বংসৰ মুখৰ পৰা ৰক্ষা কৰাই এতিয়া তাৰ প্ৰথম কৰ্তব্য হৈ উঠিছে। দেশৰ স্বাধীনতা লাভো যেন এই কৰ্তব্যৰে ভিতৰুৱা।

ৰেণুৱে ইতিমধ্যে বাহিৰত বহি থকা মানুহজন কোন গম পাই-ছিল। তেওঁ দুবাতি চাহ আনি দুয়োৰে আগত থলে। বাতিদুটা মাটিত থওঁতে ৰেণুৰ হাতৰ খাৰুত জুমুককৈ এটা শব্দ উঠিল। শব্দ-টোত ৰাতিৰ গভীৰতা ফুটি উঠিল।

চাহৰ বাতিত মুখ দি অনিৰুদ্ধই বৰদলৈৰ কথাখিনি জুকিযাই চাবলৈ ধৰিলে। বৰদলৈ আছাম এছোছিয়েশ্যনৰ এজন নিষ্ঠাবান কৰ্মী। দিন-ৰাতি নুগুণি তেওঁ ইয়াৰ কামত ঘূৰি ফুৰে। কেতিযাবা আদালতলৈ যাবলৈও সময় নাপায়। মোকৰ্দমা আদালতৰ ফাইলৰ মাজতে গাপ লাগি থাকে। ৰাষ্ট্ৰীয় কংগ্ৰেছৰ কাৰ্যসূচীৰ সৈতে সাধা-ৰণতে সংগতি ৰাখি এছোছিযেশ্যনৰ কাম তেওঁ পৰিচালনা কৰিছে। সময় আৰু সুযোগ আহিলে কংগ্ৰেছৰ সৈতে চামিল হবলৈও চেষ্টা কৰি আছে। মানুহজনক দেখিলেই ধৰিব পাৰি কামৰ মানুহ বুলি। সংগঠনৰ নামত জীৱন বিসৰ্জন দিবলৈও যেন তেওঁ প্ৰস্তুত।

বৰদলৈৰ কথাখিনিয়ে অনিৰুদ্ধৰ মনত নতুন চিন্তাৰ ঢৌ তুলিলে। মানুহজনৰ প্ৰতি তাৰ মনত অকস্মাৎ এক শ্ৰদ্ধাৰ ভাৱ উদয় হ'ল।

সি নিৰুদ্বেগভাৱে সুধিলে, “আপোনালোকৰ এছোছিয়েশ্যনে অসমৰ স্বাৰ্থ ৰক্ষা কৰিবনে? আঁপুনি জানেই, অসমৰ স্বাৰ্থৰ কথা ভাবিয়েই আমি কলিকতীয়া দলৰ যোত্ৰৰ পৰা ওলাই আহিছোঁ।

একেদৰে, আপোনালোকো যদি কংগ্ৰেছৰ পৰা ওলাই আহে, তেতিয়া হয়তো আমি লগ লাগিব পাৰিম।"

বৰদলৈয়ে তৎক্ষণাৎ উত্তৰ দিলে, "গোটেই দেশখনকে বিদেশীৰ হাতৰ পৰা মুক্ত কৰাই আমাৰ একমাত্ৰ লক্ষ্য। অসম, বঙ্গ বুলি বেলেগ চিন্তা কৰিবলৈ আমাৰ সুকণ্ডা ক'ত? বুজিছা অনিৰুদ্ধ, গোটেই দেশখন মুক্ত হ'লে অসমো মুক্ত হব।"

"সেইটো মই বুজিছোঁ," আচলতে বৰদলৈৰ কথাবোৰত থকা অস্পষ্টতাখিনিৰ বাবে তাৰ খং উঠিবৰ উপক্ৰম হৈছে, "কিন্তু আবেদন নিবেদনেৰে স্বৰাজ আহিব জানো?"

"পলম হ'ব, কিন্তু আহিব।" এক গভীৰ সুখৰ স্বপ্নত বিভোৰ হৈ আবেগ বিহ্বল মাতেৰে বৰদলৈয়ে ক'লে, "তোমালোকে বৃটিছ-সকলক একেদিনাই খেদিব খুজিছা। কিন্তু নোৱাৰিবা, নোৱাৰিবা। দুই এটা চাহাবক হত্যা কৰি কি লাভ হ'ব? সিহঁতক খেদিব লাগিব জনশক্তিৰ দ্বাৰা, ডাঙৰ সংগঠন দ্বাৰা—শান্তিপুৰ্ণ, অহিংস সংগঠন। ধৈৰ্যেৰে দুৱাৰত টুকুৰিযাই থাকা, দেখিবা দুৱাৰ এদিন মেল খাই যাব।"

বৰদলৈৰ শেষৰ কথাখিনিয়ে অনিৰুদ্ধক উত্তেজিত কৰি তুলিলে। সি যেন এই মুহূৰ্ত্ততে বৰদলৈৰ আগত তাৰ আদৰ্শ সলনি হ'ল বুলি ঘোষণা কৰি দিব! কিন্তু পিছ মুহূৰ্ত্ততে মনৰ উত্তেজনা দমন কৰি সি মনটো পুনৰ কঠিন কৰিবলৈ যত্ন কৰিলে। সি লাগিলে সি নিজৰ ওচৰতে সেও মানিব, কিন্তু আনৰ ওচৰত, আনৰ বুজনিত সেও মনাটো তাৰ স্বভাৱ বিৰুদ্ধ। এই স্বভাৱৰ কাৰণে সি বহুত কষ্টও পাইছে, কিন্তু তাৰ পৰা সি আজিও নিস্তাৰ পোৱা নাই। হৰিণাৰ নিজৰ মঙহেই বৈৰী হোৱাৰ দৰে তাৰ স্বভাৱেই তাৰ বৈৰী স্বৰূপ হৈছে। সি যেন নিজেই নিজৰ সৈতে এক যুদ্ধত লিপ্ত হৈছে।

অনিৰুদ্ধৰ পৰা এটা ভাল সমিধান পোৱাৰ আশাত বৰদলৈয়ে তাৰ মুখলৈ চাওঁতেই সি ক'লে, "আপোনাক মই শ্ৰদ্ধা কৰোঁ, দাদা।

সেই কাৰণে আপোনাক এই মুহূৰ্ততে এটা উত্তৰ দিবলৈ মোৰ টান লাগিছে।”

অনিৰুদ্ধৰ মনৰ কঠিনতাৰ উমান পাই বৰদলৈ সচকিত হ'ল। সি আৰু কি কয় তালৈ তেওঁ আগ্ৰহেৰে অপেক্ষা কৰিলে।

অনিৰুদ্ধই তাৰ স্বাভাৱিক ৰুঢ়তাৰে ক'লে, “আপুনি আৰু এই কথা মোক কোনো দিনে নকলেই মই ভাল পাম। আপোনালোকে এছোছিয়েশ্যন কৰে, কংগ্ৰেছ কৰে—কৰক, মই তাত আপত্তি নুতুলোঁ। কিন্তু, সচ্চহতে মোৰ দ্বাৰা সেইবোৰ নহব। যদি সময়ৰ পৰিবৰ্তনে মোৰ ক্ষেত্ৰতো কিবা পৰিৱৰ্তন আনে তেতিয়া বেলেগ কথা। কিন্তু এতিয়া নহয়।” মানুহজনৰ প্ৰতি অযথা কঠিন আচৰণ কৰি অনিৰুদ্ধৰ মনটো অলপ বেয়াও লাগিল। তাৰপৰা একো আশা নেদেখি বৰদলৈ যাবলৈ উঠিল।

তেওঁ কলে, “তেন্তে তুমি যি ভাল দেখা কৰিবা। মোৰ কথা মই কলোঁ। আহোঁ।”

বৰদলৈ খৰখেদাকৈ গুচি গ'ল।

অলপ পিছতে কৃষ্ণকান্ত ওলালহি। খুড়াকৰ সি বৰদলৈৰ আগমন আৰু তেওঁৰ অনুৰোধৰ কথাখিনি বিৱৰি ক'লে। কৃষ্ণকান্তই তাৰ কথাখিনি শুনিহে থলে, একো মন্তব্য নিদিলে। পিৰালিতে থিয় দি কৃষ্ণকান্তই এবাৰ ঘৰৰ ভিতৰলৈ চালে—ৰেণুৱে তেওঁলোকৰ কথা শুনি আছে নে নাই নিশ্চিত হবলৈ। কৃষ্ণকান্ত অলপ সময় তভক মাৰি ৰ'ল। ৰেণুৱে শুনি থকা নাই বুলি নিশ্চিত হৈ তেওঁ অনিৰুদ্ধক ফুচফুচাই ক'লে, “মইনা, আজি অলপ সাৱধানে শুবি। পাৰিলে জাগি থাকিবি।”

অনিৰুদ্ধই প্ৰশ্নসূচক দৃষ্টিৰে খুড়াকৰ চকুলৈ চালে। দীঘল দাড়ি কোচাত আঙুলি বুলাই তেওঁ ক'লে, “আজি পুলিচে ঘৰ তালাচী কৰিব পাৰে। মইমুলহঁতে খাৰঘুলিত খাৰ-বাৰুদ তৈয়াৰ কৰা কথাটো পুলিচে গম পাইছে। তাত পুলিচে আজি ৰাতি অপাৰেশ্যন চলাব।

গতিকে ঘৰলৈকো এটা পাৰ্টি নিশ্চয় আহিব। তইতো পুৱাতেই ঘৰলৈ যাবি। এইখিনি সময় মুগুবি। পুলিচ অহা গম পালেই কেনেবাকৈ পলাই একেবাৰে ঘৰলৈকে যাবি। মই আহোঁ।" কথাখিনি কৈ কৈ কৃষ্ণকান্ত চোতাললৈ নামি গ'ল। চাই থাকোতে অনিৰুদ্ধৰ চকুৰ আগতে এটা ছায়ামূৰ্তিৰ দৰে মানুহজন নাইকিয়া হৈ গ'ল। যাওঁতে তেওঁ জপনাখন বন্ধ কৰি থৈ গ'ল। জপনা বন্ধ কৰাৰ শব্দ শুনি ৰেণু বাহিৰলৈ ওলাই আহিল। আহিয়েই তেওঁ অনিৰুদ্ধক সুধিলে, "মইনা, তই কাৰোবাৰ সৈতে আকৌ কথা পতা যেন শুনিছিলোঁ। খুড়াৰ আহিল বুলি ভাবিছিলোঁ। কোনোবা আহিছিল নেকি ?"

অনিৰুদ্ধই থিতাতে মিছা মাতিলে, "নাই, খুড়ীদেউ, কোনো অহা নাই। বৰদলৈৰ কথাবোৰেই কিজানি আপোনাৰ কাণত ৰি-বিষাই আছে। খুড়াদেউ এতিয়া আৰু ক'ত আহিব ?

মানুহজনীয়ে দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িলে।

ভাত খাই উঠি অনিৰুদ্ধ বিছনাত পৰিল। খুড়ীয়েককো জোৰ কৰি ভাত খুৱাই বিছনালৈ পঠালে। কাৰো টোপনি নাহিল।

কমিছনাৰৰ বঙলাত ৰাতি এক বজাৰ ঘণ্টা পৰিল। ঘণ্টাৰ আৱাজ শেষ হোৱাৰ পিছতে নঙলা মুখত আকৌ এটা শব্দ হ'ল।

খুড়ীয়েকে বিছনাৰ পৰা ক্ষীণ মাতেৰে সুধিলে, "মইনা, জপনাখন কোনে খুলিব ধৰিছে ?'

অনিৰুদ্ধই কি ক'ব কি নক'ব একো ভাবি নাপালে। খুড়াকে কৈ যোৱা কথাখিনিলৈ তাৰ মনত পৰিল। পুলিচ আহিল কিজানি। সি নিঃশব্দে বিছনাৰ পৰা নামি খুড়ীয়েকক একো নজনোৱাকৈ পিছৰ ফালৰ দুৱাৰখন খুলি বাৰীৰ জোপোহা বননীৰ মাজে মাজে দৌৰি আহি একে কোবে নাট্য সমাজৰ ঘৰৰ সন্মুখ পালেহি। আলিবাটত মানুহৰ কথাই নাই, কুকুৰ শিয়াল এটাও নাই। আলিটো খৰখেদাকৈ পাৰ হৈ গৈ সুৰুকীয়া বাট এটাৰে সি নৈৰ পাৰৰ ফালে বেগাই খোজ দিলে।

পুলিচ আহি ঘৰৰ পিৰালি উঠিল। পিৰালিত বুট জোতাৰ শব্দ শুনি ৰেণু বিছনাৰ পৰা নামিল। অনিৰুদ্ধ ওলাই যোৱা তেওঁ গম নাপালে। জোতাৰ শব্দলৈ কাণ পাতি থাকোতে দুৱাৰত টোকৰ পৰিল। লগে লগে শুনা গ'ল পুলিচ বিষযাজনৰ মাত, "ঘৰত কোন আছে? দুৱাৰখন খুলি দিব লাগে।"

ভয়ে ভয়ে ৰেণুৱে চাকিটো হাতত লৈ আহি দুৱাৰখন খুলি দিলে।

পুলিচ বিষয়াজনে সুধিলে, "এইটো কৃষ্ণকান্তৰ ঘৰ নহয়নে?" ৰেণুৱে মূৰ দুপিয়ালে।

"তেওঁ আছে নে নাই ঘৰত? আমি পুলিচৰ মানুহ।"

ৰেণুৱে বিষয়াজনৰ কঠিন মুখখনলৈ চালে বিষযাজনৰ পিছত আৰু চাৰিজন পুলিচ কনিষ্টবল। ৰেণুৱে বাহিৰৰ আন্ধাৰলৈ চাই নিৰুত্তাপ কণ্ঠেৰে ক'লে, "তেওঁ নাই ঘৰত।"

ৰেণুৰ উত্তৰ শুনি বিষয়াজনৰ মুখখন বেছি কঠিন হৈ উঠিল। ঘৰৰ ভিতৰ সোমাবলৈ উদ্যত হৈ তেওঁ ক'লে, "আমি ঘৰটো এবাৰ চেক কৰি চাব লাগিব। কৃষ্ণকান্তৰ ঘৰত থাকে পাওঁ তাকে এৰেষ্ট কৰিবলৈ আমাৰ অৰ্ডাৰ আছে। অৱশ্যে মাইকী মানুহক নহয।" কথাখিনিৰ আঁৰত থকা ইঙ্গিতত ৰেণু আতংকিত হৈ পৰিল।

পুলিচ কেইজন ঘৰৰ ভিতৰলৈ সোমাই গ'ল। তেওঁলোকৰ পিছে পিছে চাকিটো হাতত লৈ ৰেণুও ঘৰৰ ভিতৰলৈ সোমাই গ'ল। পুলিচ বিষয়াজনে দীঘল টৰ্চ এটাৰে পোহৰ মাৰি মাৰি ঘৰৰ চুক-কোনবোৰ চাবলৈ ধৰিলে। বিছনাৰ কাষতে থকা সৰু টুল এখনও কৃষ্ণকান্তৰ চশমাযোৰ আছে। সেই যোৰ তেওঁ বাহিৰলৈ যাওঁতে লৈ নাযায়। ঘৰতে কিতাপ-পত্ৰ পঢ়িলেহে ব্যৱহাৰ কৰে। চশমা-যোৰৰ তলত দুখন পুৰণি বাতৰি কাকত। পুলিচ বিষয়াজনে কাকত দুখন লুটিয়াই —বগৰাই চালে। দুযোখন কলিকতাৰ কাকত।

এইবাৰ তেওঁলোক আনটো কোঠালৈ যাবলৈ ওলাল। সেইটো অনিৰুদ্ধৰ কোঠা। ৰেণুৰ বুকুখন চিৰিংকৈ গ'ল। অনিৰুদ্ধ এতিয়াও

কোঠাত আছে বুলি ভাবি মানুহজনীৰ বুকুৰে ধপ্‌ধপাবলৈ ধৰিলে। আজি আৰু তাৰ ৰক্ষা নাই। পুলিচেও আচলতে তাকে বিচাৰি ফুৰিছে ইমানদিনে। এতিয়া ঘৰৰ ভিতৰতে পালে আৰু তাক এৰি থৈ যাবনে?

পুলিচ কেইজনৰ পিছে পিছে ৰেণু অনিৰুদ্ধৰ কোঠালৈ গ'ল। কিন্তু তাৰ কোঠাৰ খালী বিছনাখন দেখি তেওঁ আচৰিত হৈ গ'ল। সি ক'লৈ গ'ল? ৰাতিপুৱাহে সি ঘৰলৈ যোৱাৰ কথা আছিল। নে পুলিচ আহিব বুলি সি আগতেই জানে? তেওঁ তাঁৰ বিছনাৰ একেবাৰে ওচৰত থিয় হ'লগৈ। বিচনাৰ কাপোৰ-কানিবোৰ সেঁ াতমোচ খাই আছে। গাৰুটো একাষৰীয়া হৈ মাটিত পৰো পৰো হৈ বিছনাৰ পৰা ওলমি আছে। পুলিচ কেইজনে কোঠাত কাকো নাপাই খণ্ডতে অনিৰুদ্ধৰ টুলখনতে লাঠিৰে তুকোবমান মাৰিলে। ৰেণুৱে অলপমান আঁতৰি আহিব খোজাত পুলিচ বিষয়াজনে সুধিলে, "ৰ'ব। ক'লৈ যাব খুজিছে? ভয় নকৰিব, আপোনাক আমি একো নকৰোঁ। ইযাত—এইটো ৰুমত কোন থাকে?"

ৰেণুৱে কওঁ-নকওঁকৈ ক'লে, "অনিৰুদ্ধ।"

অনিৰুদ্ধৰ নামটো শুনাৰ লগে লগে পুলিচ বিষয়াজনে মুখেৰে 'হুম্'কৈ অদ্ভুত শব্দ কৰি কনিষ্টবল কেইজনলৈ তীক্ষ্ণ দৃষ্টিৰে চালে। তেওঁ ৰেণুক সুধিলে, "ক'লৈ গ'ল?"

"সি আছিল। ক'লৈকো যোৱা নাছিল। কিন্তু—"

"এতিয়া পলাল, নহয়? আপোনাৰ ঘৰ দেখিছো স্বৰাজৰ আড্ডা হৈ পৰিছে।" বিষয়াজন হঠাৎ গহীন হৈ গ'ল। তেওঁ চকুৰে কনিষ্টবল কেইজনক কিবা এটা ইংগিত দিলে। ইংগিত পাই কনিষ্ট-বল কেইজনে অনিৰুদ্ধৰ টেবুলত থকা কিতাপ আৰু কাগজ-পত্ৰবোৰ এখন এখনকৈ চাবলৈ ধৰিলে। কিতাপবোৰত ধূলিৰ ডাঠ চামনি পৰিছে। পুলিচে কিতাপত হাত দিয়াৰ লগে লগে কেইটামান নেজাল পোক ওলাই আহিল। তেওঁলোকে এখন এখনকৈ কিতাপবোৰ

বিষয়াজনৰ হাতৰ দিলে। তেওঁ এফালৰ পৰা কিতাপবোৰ চাই চাই মুখৰ ভিতৰত বিৰ্‌বিৰাবলৈ ধৰিলে, "কমলাকান্তৰ দপ্তৰ, চিন্তানল, আনন্দমঠ, বিবেকানন্দ—" এইবাৰ স্পষ্টকৈ কনিষ্টবল কেইজনক তেওঁ নির্দ্দেশ দিলে, "কিতাপবোৰ থোৱা। বাকী কাগজ-পত্র যি আছে চব লোৱা।"

কাগজ-পত্রখিনি সামৰি-সুতৰি লওঁতে তাৰে মাজৰ পৰা সৰু টুকুৰা কাগজৰ দৰে কিবা এটা মজিয়াত সৰি পৰিল। পুলিচ কেইজনে লক্ষ্য নকৰিলে। বেণুৱে কিন্তু দেখা পালে। তেওঁলোকে বেণুৰ ফালে নোচোৱাকৈ গ্‌পগপ্‌কৈ ওলাই গ'ল।

পুলিচ কেইজন গুচি যোৱাৰ পিছতো অনিৰুদ্ধৰ কোঠাত বহুপৰ বেণু অকলশৰে থিয় দি থাকিল। কোঠাৰ সকলো বস্তু খেলিমেলি হৈ গৈছে। অনিৰুদ্ধৰ বিছনা, পঢ়া টেবুল, পিন্ধা কাপোৰ—সকলোবোৰ পুলিচে ছেদেলি ভেদেলি কৰি থৈ গ'ল। বিশৃংখল বস্তুবোৰলৈ চাই তেওঁ ভাবিবলৈ ধৰিলে—পুলিচ আহিব বুলি অনিৰুদ্ধই আগতীয়াকৈ গম পাইছিল নেকি? কেনেকৈ গম পাইছিল? এতিয়া বাৰু সি কলৈ গ'ল? ঘৰলৈকে গ'ল নেকি? এই ৰাতিখন ক'ৰবালৈ গলেও যে বাটতে পুলিচে নধৰিব তাৰ কি ঠিক আছে? ইফালে কৃষ্ণকান্তও আজি নাহিল। ক'ত বা কি ঘটনা ঘটে। কৃষ্ণকান্তই এবো এবো বুলিও পুৰণি অভ্যাসবোৰ এৰিব পৰা নাই। তেওঁক যেন এক নিচাই ধৰিছে—নিচাগ্রস্ত মানুহৰ দৰে অজ্ঞাতসাৰে তেওঁ একেটা পথতে পিছলি পিছলি পৰিছে।

কথাবোৰ ভাবি ভাবি বেণুৱে চাকিটো টেবুলত থৈ চাদৰৰ আঁচলেৰে মুখখন এবাৰ মোহাৰি ল'লে। তাৰ পিছত অকস্মাতে মজিযাত পৰি থকা কাগজ টুকুৰা লৈ তেওঁৰ দৃষ্টি গ'ল। কাগজ টুকৰাতে যেন সি ক'লৈ গ'ল—সেই কথা লিখা আছে, তেনে এক আগ্রহেৰে মানুহজনীয়ে কাগজ টুকুৰা হাতত তুলি ল'লে। তেওঁ ভবাৰদৰে কাগজ টুকুৰা পাতল নহয়—ডাঠ। চাকিৰ পোহৰত কাগজ টুকুৰা লুটিয়াই চাই মানুহজনী

আচৰিত হৈ গ'ল। সেই টুকুৰা সামান্য কাগজ নহয়। এখন ফটো। এজনী ছোৱালীৰ ফটো। ছোৱালীজনীৰ মুখখনলৈ চাই তেওঁ ক্ষন্তেকৰ বাবে বিভোৰ হৈ পৰিল। ঘন ক'লা চেলাউৰি, সাগৰৰ দৰে বিশাল এযুৰি চকু, গোলাপ ফুলৰ পাহৰিদৰে সতেজ—মসৃণ দুটা ওঁঠ আৰু এই সকলোবোৰ মিলি সৃষ্টি হোৱা এখন সুগোল, শুভ্ৰ মুখ। এসময়ত অনিৰুদ্ধৰ কোঠাত আনি সজাই থোৱা সাইলাখ যেন সৰস্বতী গোঁসানীৰ ফটোখনহে তেওঁ এতিয়া হাতত লৈ আছে। নাট্য সমাজৰ ঘৰটোৰ পৰা সন্ধিয়া সময়ত ভাঁহি অহা সেই সুমধুৰ কণ্ঠস্বৰৰ সৈতেও যেন এই ফটোখনৰ কিবা এটা সম্পৰ্ক আছে। দুবাৰৰমান লিৰিকি—বিদাৰি চাই তেওঁ ফটোখন অনিৰুদ্ধৰ পুৰণি কিতাপ এখনৰ মাজত থৈ দিলে।

ৰাতি পুৱাবলৈ বেছি পৰ নাই। নিম জোপাৰ ডালৰ পৰি কিবা এটা চৰায়ে পাখি জোকাৰি দিয়া ৰেণুৰ কাণত পৰিল। দূৰৈৰ ৰেল ষ্টেচনত এটা ইঞ্জিনে দুবাৰমান ঘৰ্‌ঘৰ্‌ শব্দ কৰি ৰাতি শেষ হৈ অহাৰ জাননী দিলে। ইঞ্জিনৰ শব্দ শাম কটাৰ লগে লগে দূৰত হঠাৎ দুই জাঁই গুলিৰ শব্দ শুনা গ'ল। কোনফালে কিমান দূৰত শব্দ হ'ল তেওঁ অনুমান কৰিব নোৱাৰিলে। পুলিচবিষয়াজনৰ গাত ওলমি থকা বন্দুকটোৰ লিচ্‌পিচীয়া ক'লা নলীটো তেওঁৰ চকুৰ আগত ভাহি উঠিল। মানুহজনীয়ে গুলীবিদ্ধ হৰিণীৰ দৰে চট্‌ফটাবলৈ ধৰিলে।

নৈৰ পাৰে পাৰে যাওঁতে গুলিৰ শব্দ অনিৰুদ্ধয়ো শুনিলে। অলপ সময় শব্দ দুটালৈ কাণ পাতি সি অনুমান কৰিলে, খাৰঘুলি পাহাৰৰ ফালেই শব্দ দুটা হৈছে। শব্দদুটা পাহাৰৰ গাত খুন্দা খাই ব্ৰহ্মপুত্ৰৰ

পানীত পৰিছেহি। পানীৰ ওপৰে ওপৰে দুটা ভেকুলিৰ দৰে জঁপিয়াই জঁপিয়াই শব্দ দুটা ব্ৰহ্মপুত্ৰৰ সিপাৰলৈকে গ'ল। অনিৰুদ্ধৰ চিৰিং-কৈ খুড়াকলৈ মনত পৰিল। খুড়াকে যাবৰ সময়ত কৈ যোৱা কথাখিনিলৈও তাৰ মনত পৰিল। হয়তো, পুলিচে মইনুল ঘাটিটো আজি বিচাৰি উলিয়ালে। বন্দুকৰ গুলিযে কিজানি মইনুলহঁতকো .........। পিছৰখিনি সি আৰু ভাবিব নোৱাৰিলে। খাৰ বাৰুদৰ গোপন ঘাটিৰ সৈতে তাৰো সম্পৰ্ক আছে—এই কথা পুলিচে জানে। বিশেষকৈ তাৰ নিৰ্দেশতেই যে মইনুলহঁতে এনেকৈ জীৱন পণ কৰি কামত লাগিছে—এই কথাও সকলোৱে জানে। ঠাইতে পিছলৈ ঘূৰি সি পাহাৰৰ ফালে যাবলৈ মনস্থ কৰিলে। কিন্তু সি যাব কোন বাটেৰে? নদীৰ পাৰে পাৰে গ'লে বাটতে পুলিচৰ সৈতে ভেটা ভেটি হোৱাৰ ভয়। ইফালে নদীৰ বালিযে বালিয়ে খোজ কাঢ়িবলৈ হ'লে থিয় গৰাৰে নামিব লাগে। নিৰুপায় হৈ সি চুচৰি গৰাৰে নামি বালিলৈ গ'ল। দুখোজমান বালিযে বালিযে আগুৱাই যাওঁতে অলপ আঁতৰত কাৰেবাৰ ঘন ঘন উশাহৰ শব্দ অনিৰুদ্ধৰ কাণত পৰিল। উশাহৰ লগে লগে কেঁকনি—গেথনিৰো শব্দ সি শুনিবলৈ পালে। কোনোবাই যেন নৈৰ গৰাত বহি ভীষণ যন্ত্ৰণাত চিংকাৰ কৰিবলৈ ধৰিছে। শব্দটো ওচৰ চাপি অহাৰ লগে লগে তাৰ বুকুৰ ধপ্‌ধপনিও বাঢ়ি আহিবলৈ ধৰিলে—ভয়ত নহয়, উৎকণ্ঠাত।

পুৱে বগা ভাঁৰ দিছে যদিও নৈৰ গৰা এতিয়াও ঘোৰ আন্ধাৰে আগুৰি আছে। নৈৰ মাজৰপৰা অহা চেঁচা বতাহ জাকৰ সিৰ্‌সিৰনি এতিয়াহে সি অনুভৱ কৰিলে, নৈৰ গৰাত এটা মানুহ। মানুহটো মাটিত শুই থকাৰদৰে পৰি আছে। মানুহটোক চিনি পাবলৈ অনিৰুদ্ধৰ বেছি সময় নালাগিল। সেইজন মইনুল। আজি বহুতদিন অনিৰুদ্ধৰ সৈতে মইনুলৰ দেখাদেখি হোৱা নাই। মাজে মাজে মাথোন শুনিছিল, মইনুলে খাৰঘুলি পাহাৰৰ খোৰোঙত খাৰ-বাৰুদৰ এটা গোপন ঘাটি পাতিছে বুলি। সংগঠনৰ কামত লাগি থকা

অনিৰুদ্ধই নিজ চকুৰে মইনুলৰ ঘাটিটো চাবলৈ কোনোদিনে অহা নাছিল। অনিৰুদ্ধক দেখা পাই মইনুলে উঠিবলৈ চেষ্টা কৰিলে। অনিৰুদ্ধই তাক সাবট মাৰি ধৰি বহুৱাই দিলে। ভীষণ যন্ত্ৰণাত কাতৰ হৈ মইনুলে লাহে লাহে ক'লে "অনিৰুদ্ধ, তই—তই—এইফালে ক'ৰ পৰা আহিলি ? মোক দেখিছ ? ভাগ্য ভাল বুজিছ, কোনো মতে প্ৰাণ লৈ বাচিলোঁ। সিহঁতে—সিহঁতে মোৰ ভৰিখন—এইখন—নিলে। আঠুৰ তলতে গুলি লাগিছে—আস্। —অনিৰুদ্ধ—তই যা। মই—ৰাতিপুৱালে—ভালদৰে ৰাতিপুৱালে কিবা এটা কৰি ইয়াৰ পৰা উঠি যাম।"

অনিৰুদ্ধই তাক দুহাতৰ মাজৰ পৰা এৰি নিদিয়াকৈয়ে ক'লে, "নহয—নহয মইনুল। মই তোক এৰি নাযাওঁ। আজি এইটো গুলি মোৰ গাত লাগিব লাগিছিল, মইনুল। তই চিন্তা নকৰিবি। ৰাতিপুৱালে তোক মই ডাক্তৰৰ তালৈ লৈ যাম।"

অনিৰুদ্ধই মইনুলৰ সোঁ ভৰিখন খেপিযাই চালে। মইনুলে যন্ত্ৰণাত চিঞৰি দিলে। অনিৰুদ্ধৰ হাতখন তেজেৰে লুতুৰি পুতুৰি হৈ গ'ল। সি গাৰ চোলাটোৰ এফাল আজুৰি ফালি আনি মইনুলৰ ভৰিখনত লাহেকৈ বান্ধি দিলে। সি সেহাই সেহাই ক'লে, "বুইছ অনিৰুদ্ধ, গোপাল দাস আমাৰ বৰ ডাঙৰ শত্ৰু। আজি পুলিচে আমাৰ ঘাটি আক্ৰমণ কৰোতে পুলিচক বাট দেখুৱাই কোনে আনিছিল জাননে ? গোপাল দাসে।" এনেতে নৈৰ গৰাত পুলিচৰ জোতাৰ শব্দ শুনা গ'ল। তৎক্ষণাত দুয়ো নিস্তব্ধ হৈ পৰিল। সিহঁতৰ গাৰ কাষ চাপি অহা জোতাৰ শব্দ এটা সময়ত লাহে লাহে আকৌ আঁতৰি গ'ল। অনিৰুদ্ধই ফুচফুচাই ক'লে, "গ'ল। আমি থকা গম নাপালে।"

অলপ নিৰাপদ যেন অনুভৱ কৰি মইনুলে দুৰ্ব্বল কণ্ঠে কবলৈ ধৰিলে, "অনিৰুদ্ধ, চাবিওফালে, যেতিয়া বন্দুকধাৰী পুলিচে মোক আগুৰি ধৰিছিল, তেতিয়া মৃত্যু নিশ্চিত জানিও হেণ্ডগ্ৰেনেড এটা লাইনত মাৰি দিছিলোঁ। ভাবিছিলোঁ, তাৰে আঁৰ লৈ পলাম।

পলালোঁ। কিন্তু, সিহঁতৰ গুলিয়ে মোৰ ভৰি এখন নিলে।” মইনুলৰ যন্ত্রণাকাতৰ চকুহুটালৈ উমানতে চাই অনিৰুদ্ধ নীৰব হৈ থাকিল।

ব্রহ্মপুত্রৰ বুকুত ৰাতি পুওৱাৰ আভাস বিৰিঙি উঠিল। এটা অকলশৰীয়া চৰায়ে পানীৰ ওপৰে ওপৰে উৰি চিঞৰিবলৈ আৰম্ভ কৰিছে। মাজে মাজে সি তাৰ ঠেংহুখন পানীত জুবুৰিয়াই দিয়ে, পিছ মুহূর্ততে আকৌ ওপৰলৈ উৰি যায়। পানীত সৰু সৰু ঢৌৰ খলকনি। এটা তানপুৰাত যেন ধীৰে ধীৰে মূর্ত হৈ উঠিবলৈ ধৰিছে এক অপূর্ব সুৰৰ গুঞ্জৰণ।

মইনুলৰ যন্ত্রণাকাতৰ মুখখনলৈ অনিৰুদ্ধই আৰু বেছিপৰ চাই থাকিব নোৱাৰিলে। ব্রহ্মপুত্রত নাও মেলিবলৈ সাজু হোৱা মাছমৰীয়া এজনক কাবৌ কোকালিকৈ ধৰি অনিৰুদ্ধই মইনুলক নাৱেৰে পাণবজাৰৰ ঘাটলৈ লৈ আহিল। ঘাটৰ পৰা ৰামকৃষ্ণ চৌধুৰীৰ ঘৰলৈ কিছু বাট যাব লাগে। সেইখিনি বাটত মানুহৰ সমাগম বিশেষ নাই। ওখ ওখ গছেৰে আবৰা এন্ধাৰ চেচুঁকীয়া বাট। মইনুলক পিঠিত তুলি লৈ কেঁকো-জেকোঁকৈ অনিৰুদ্ধ আহি ডাক্তৰ চৌধুৰীৰ ঘৰ ওলালহি। গুৱাহাটী চিভিল হস্পিতেলৰ এছিষ্টেণ্ট ছাৰ্জন ডাক্তৰ চৌধুৰীয়ে এতিয়া চৰকাৰী কামৰ পৰা অৱসৰ গ্রহণ কৰিছে। এতিয়া ঘৰতে ৰোগী চোৱা-চিতা কৰে। তেওঁৰ সৰহ ভাগ ৰোগী স্বদেশী আন্দোলনৰ কর্মী। চিকিৎসাও বিনামূলীয়া। স্বদেশী আন্দোলনৰ চৰমপন্থী আৰু নৰমপন্থী দুয়ো ফালৰে কর্মী-সকলৰ অসুখ-বিসুখ তেওঁ বিনামূলীয়াকৈ চিকিৎসা কৰে। একালে বৰদলৈ উকীলৰ দল, আনফালে অনিৰুদ্ধৰ দল—সকলোৰে প্রতি তেওঁৰ সমান মনোযোগ, সমান চিকিৎসা। অনিৰুদ্ধহঁতৰ দলৰ কর্মীসকলক চিকিৎসা কৰোঁতে তেওঁ প্রয়োজনীয় গোপনীয়তাও ৰক্ষা কৰে। বৰদলৈহঁতে নাজানে যে ডাক্তৰ চৌধুৰীয়ে একেটা ষ্টেথি-স্কোপেৰেই তেওঁলোকৰ হৃৎস্পন্দনবো উমান লয়, অনিৰুদ্ধহঁতৰ হৃৎস্পন্দনবো উমান লয়। অসমৰ বৃটিছ-বিৰোধী আন্দোলনৰ নাড়ী-

স্পন্দনো একেলগে অনুভূত হয় ডাক্তৰ চোধুৰীৰ হাতৰ মাজত। তাহানি এইজন ডাক্তৰেই অনিৰুদ্ধৰ অনুৰোধক্রমে কলেৰাত পৰা ল'ৰা এটাৰ জীৱন ৰক্ষা কৰিছিল। ইয়াৰ পিছতো আৰু বহুদিন বহুবাৰ ডাক্তৰ চৌধুৰীৰ ওচৰলৈ অনি ৰুদ্ধ আহিছিল।

ডাক্তৰে প্রাতঃভ্ৰমণ শেষ কৰি বাৰাণ্ডাত বহিছিলহে মাথোন, এনেতে অনিৰুদ্ধ তেওঁৰ সন্মুখত হাজিৰ হ'লগৈ। তাৰ পিঠিত মইনুল। বয়সত দুয়ো সমান যদিও মইনুলতকৈ অনিৰুদ্ধৰ গাৰ গঢ গতি সবল। সেইবাবে সি মইনুলক এনেদৰে কঢ়িয়াই আনিব পাৰিছে।

ডাক্তৰে ঘটনাৰ আঁতিগুৰি বুজিব নোৱাৰি খপ্ জপ্ কৈ চকীৰ পৰা উঠি আহি মইনুলৰ গাটো নিৰীক্ষণ কৰিবলৈ ধৰিলে। অলপ সময় চোৱাৰ পিছতে তেওঁ ঘটনাটো যেন বুজি পালে। মুখেৰে একো নকৈ চকুৰ ইংগিতেৰে তেওঁ অনিৰুদ্ধক কিবা এটা ক'লে। ডাক্তৰৰ ঘৰৰ পিছফালে এটা আছুতীয়া কোঠা আছে। সেইফালে সাধাৰণতে মানুহৰ আহযাহ নাই। সেই কোঠাটো তাত আছে বুলি বাহিৰৰ পৰা সহজে ধৰিবও নোৱাৰি। অনিৰুদ্ধহঁতৰ দলৰ মানুহৰ চিকিৎসা সেই কোঠাটোতে হয়। ডাক্তৰৰ চকুৰ ইংগিত মতে অনিৰুদ্ধই মইনুলক সেইটো কোঠালৈকে লৈ গ'ল। কোঠাৰ একমাত্র বিছনাখনত সি মইনুলক শুৱাই থলে। মইনুলৰ ভৰিৰ গুলি লগা ঠাইখিনি উখহি উঠিছে। তেজবোৰ শুকাই কৰাল মাৰিছে। অনিৰুদ্ধই তাৰ আঠুটোলৈ চাই চাই ক'লে, "মইনুল, তই একো চিন্তা নকৰিবি। ডাক্তৰৰ হাতত পৰিছ যেতিয়া আৰু কোনো চিন্তা নাই। ভাল হৈ যাবি।" মইনুলে একো নামাতিলে, মুখেৰে মাথোন উঁহু-আঁহু কৰি থাকিল। অনিৰুদ্ধই আকৌ ক'লে, "ভাল হ'লে তই মোলৈ এখন চিঠি দিবি। মই কিছুদিন গুৱাহাটীত নাথাকোঁ। গাঁৱলৈ যাম। এতিয়াই যাম"। সি গাঁৱলৈ যোৱাৰ কথা কওঁতেহে মইনুলে তাৰ গালৈ চালে আৰু

লাহে লাহে সি সুধিলে, "অনিৰুদ্ধ, তই এনেকৈ—মানে এই ফটা চোলাটোৰে—গাঁৱলৈ যাবিনে ?" তাৰ কথা শুনি অনিৰুদ্ধই সামান্যভাৱে হাঁহি ক'লে, "চোলাটোহে ফাটিছে, মনটো কিন্তু ডাঠ হৈ আছে। মোৰ বাহিৰৰ আৱৰণটো সদায় এনেকুৱা।"

"তোক এনেকুৱা অৱস্থাত দেখিলে, ঘৰৰ মানুহবোৰে মনত বেয়া নাপাব জানো ?"

"বেয়া পাবলৈ—মা—দেউতাহঁতৰ মনত আঘাত লাগিবলৈ আৰু বাকী নাই, বুইছ। এবা, মইনুল, তেওঁলোকে মোক কিমান আশা কৰি গুৱাহাটীলৈ পঠিয়াইছিল। কিন্তু তেওঁলোকৰ আশা মই পূৰণ কৰিব নোৱাৰিলোঁ। মই একো হ'ব নোৱাৰিলোঁ। গাঁৱৰ ঘৰখনৰ কাৰণে, খুড়াদেউৰ সংসাৰখনৰ কাৰণে, বৃটিছৰ নিষ্পেষণত চেপা খাই থকা, বাহিৰা—বিজতৰীয়া ধ্যান-ধাৰণা আৰু আদব-কায়দাৰ গ্ৰাসত পৰি নিজস্ব হেৰুউৱা অসমীয়া মানুহখিনিৰ বাবেও মই একো কৰিব পৰা নাই।"

"কিয়, দেশ স্বাধীন হ'লে আমাৰ জাতিটোৰো মুক্তি হ'ব। তোৰ সপোন তেতিয়াই সাৰ্থক হ'ব।"

"কিন্তু—কিন্তু—" কিবা এটা কবলৈ গৈ যেন অনিৰুদ্ধ বৈ গ'ল। একেথৰে মইনুলৰ ভৰিখনলৈ চাই থাকি সি ক'লে, "কিন্তু, তোৰ ভৰিখন জানো ঘূৰাই পাবি ?"

দুয়ো কিছুসময় নীৰৱ হৈ থাকিল।

ডাক্তৰ কোঠালৈ সোমাই অহাৰ উমান পোৱা গ'ল। এটা সময়ত তেওঁ আহি মইনুলৰ কাষত থিয় হ'ল। অনিৰুদ্ধই এবাৰ ডাক্তৰৰ মুখলৈ চালে, এবাৰ মইনুলৰ মুখলৈ চালে, তাৰ পিছত-কাকো একো নোকোৱাকৈ কোঠাৰ পিছদুৱাৰখনেদি বাহিৰলৈ ওলাই আহিল। বাহিৰত ভালদৰে ৰ'দ ওলাইছে। সি খৰখেদাকৈ আকৌ পাণবজাৰৰ ঘাটলৈ খোজ পেলালে।

ঘাটত নাৱৰীয়া জন বৈ আছিল। তেওঁৰ আজি আৰু মাছমৰা

নহ'ল। ব্ৰহ্মপুত্ৰৰ বুকুখন ইতিমধ্যে মাছমৰীয়া নাৱেৰে ভৰ্তি হৈ উঠিছে। ইয়াৰ মাজত আৰু নাও সুমুৱাবলৈ সুকণ্ডা বিচাৰি পোৱা টান হ'ব। অনিৰুদ্ধৰ অৱস্থা দেখি নাৱৰীয়াজনে সুধিলে, "আপুনি আজি বৰ কষ্ট কৰিছে। এতিয়া নৈৰ পানীৰে হাতমুখ ধুই অলপ জিৰনি লৈ ঘৰলৈ যাওক।"

"তুমি ঠিকেই কৈছা, ককাই। মই ঘৰলৈ যাম। ঘৰলৈ যাম বুলিয়েই মই ওলাই আহিছিলোঁ। আহি বাটতে এই বিপদত পৰিলোঁ। ককাই, তুমি মোক বৰ সহায় কৰিলা। এতিয়া আৰু অলপ সহায় কৰা। নহলে মইও পুলিচৰ গুলি খাব লাগিব। পুলিচ মোৰ পিছত লাগিযেই আছে। তুমি কিবাকৈ মোক নৈখন পাৰ কৰি থৈ আহা।"

নাৱৰীয়াজনে অনিৰুদ্ধ কথাখিনি মনোযোগেৰে শুনিলে। তাৰ পিছত সমুখৰ বহল। নদীখনৰ ফালে চাই তৎক্ষণাৎ কৈ উঠিল, "হব। মই আপোনাক—নৈখন পাৰ কৰি থৈ আহিম। উঠক, নাৱত উঠক।"

অনিৰুদ্ধ আৰু নাৱৰীয়াজন গৈ নাৱত বহিল। ব্ৰহ্মপুত্ৰৰ পানীত ইতিমধ্যে সৰু বৰ ঢৌৰ খলকনি আৰম্ভ হৈছিলেই। নাওখনতো লাগিছিলহি তাৰ হেন্দোলনি। নাৱৰীয়াজনে আপোনমনে বঠা মাৰিবলৈ ধৰিলৈ। লগে লগে নদীৰ বুকুত সৃষ্টি হবলৈ ধৰিলৈ এলানি শব্দ—পানীৰ শব্দ, সৰু সৰু ঢৌবোৰে আহি নাৱত খুন্দামৰাৰ শব্দ। অনিৰুদ্ধই নাৱৰ সোঁমাজতে এটুকুৰা কাঠৰ ওপৰত বহি ললে। নাৱৰ জোকাৰণিত কাঠটুকুৰাও কঁপি উঠে। কঁপনিটো এছাটি শীতল বতাহৰ দৰে তাৰ সমগ্ৰ শৰীৰতে বিয়পি পৰে। অনিৰুদ্ধই এতিয়াহে অলপ ভাগৰ অনুভৱ কৰিলে। তাৰ পিঠিখনত যেন মইনুলৰ দেহটো এতিয়াও ওলমি আছে। গাটো তাৰ বৰ গধুৰ লাগিল। মইনুলৰ আঠুৰ পৰা ওলোৱা কেঁচা তেজৰ দাগ কিছুমান তাৰ গাৰ কাপোৰত লাগি আছে। দাগবোৰলৈ চাই নাৱৰীয়াজনে ক'লে "আপুনি সেইবোৰ—তেজৰ দাগবোৰ— ধুই পেলাওক।"

অনিৰুদ্ধই সপোনত সাৰ পাই উঠাৰ দৰে তৎক্ষণাৎ ক'লে, "তুমি ঠিকেই কৈছা ককাই, মই পাহৰিয়েই আছিলোঁ।।"

অনিৰুদ্ধই হাতৰ চলুৰে পানী আনি তেজৰ দাগবোৰ গুচাবলৈ ধৰিলে। দাগবোৰ গুচোৱাৰ পিছত সি তাৰ মুখখনো ভালদৰে ধুই ল'লে। এতিয়াহে তাৰ মনটো অলপ স্বৰকাল থাকিল। লগে লগে তাৰ মনলৈ কিছুমান খেলিমেলি চিন্তাৰ সোঁত ববলৈ ধৰিলে। সন্মুখৰ বিশাল নৈখনৰ দৰে তাৰ মনটোও যেন মুহূৰ্ত্ততে বিশাল হৈ গ'ল, বেগমান হৈ গ'ল। তাত হেজাৰ-বিজাৰ ঢৌৰ উঠা-নমা চলিল।

নৈৰ মাজমান পাওঁতে অনিৰুদ্ধই এবাৰ নাৱৰীয়াজনক সুধিলে, "ককাই, তোমাৰ ভাগৰ লগা নাই?"

নাৱৰীয়াজনে একো নকলে। মাথোন মিচিকিয়াই হাঁহিলে। হাঁহিটো ভালদৰে পৰীক্ষা কৰি চাই অনিৰুদ্ধই বুজি পালে, তেওঁৰ ভাগৰ লাগিছে, কিন্তু তেওঁ ভাগৰ লগা যেন দেখুৱাব খোজা নাই। নাৱৰীয়াজনে হয়তো ভাবিছে—যাত্ৰী গুৱাহাটীৰ মানুহ। বঠা মাৰি নাও চলাব তেওঁ নাজানে। গতিকে ভাগৰ লগা বুলি কৈনো কি লাভ হব!

অনিৰুদ্ধই গাৰ চোলাটো খুলি শুকুৱাবলৈ মেলি দি নাৱৰীয়াজনক কলে, "ককাই, তুমি অলপ জিৰণি লোৱা। বঠাখন মোক দিয়া। মই বঠা মাৰিব পাৰোঁ। নহয়।"

তাৰ কথাত নাৱৰীয়াজনে আচৰিত হৈ সুধিলে, "আপুনি বঠা মাৰিব? পাৰিবনে?"

"কিয় নোৱাৰিম? দিয়াচোন বঠাখন। তাৰ পিছত তুমি চাই থাকা।"

অনিৰুদ্ধই নাৱৰীয়াজনৰ হাতৰ পৰা বঠাখন প্ৰায় থাপ মাৰি অনাদি আনি নাৱৰ টিঙত বহি ল'লে। নাৱৰীয়াজনে অলপ আঁতৰলৈ আহি তাৰ ফালে থৰ লাগি চাই থাকিল। সি প্ৰাণপণে বঠা মাৰিবলৈ ধৰিলে। ব্ৰহ্মপুত্ৰৰ পানী দুফাল কৰি নাও আগুৱাবলৈ ধৰিলে।

অনিকদ্ধৰ শক্তিশালী হাতৰ মুঠি, বহল বুকুৰ ছাতি আৰু ছুবাহুৰ সবল পেশীবোৰ বেলিৰ উজ্জ্বল পোহৰত তগবগাই জিলিকি উঠিল। নৈৰ পানীত তাৰ গাৰ ছাঁ পৰিছে। ছাঁটোলৈ চাই অনিকদ্ধৰ নিজকে অচিনাকি অচিনাকি লাগিল। নাৱৰীয়াজনে মুখৰ ভিতৰতে বিৰ্-বিৰকৈ কিবা এটা গান গাবলৈ ধৰিলে। বঠা মাৰি মাৰি সি গানটো বুজিবলৈ চেষ্টা কৰিলে। ঠিক গানটোৰ কথাখিনিয়ে নহয়, তাৰ বিলম্বিত আৰু করুণ সুৰটোৱে অনিকদ্ধৰ মনটো সেমেকাই তুলিলে। সুৰটো টানি টানি নাৱৰীয়াজনে যেন শেষৰ ফালে কান্দি দিব এনে এটা সকরুণ ধ্বনি তেওঁৰ কণ্ঠত বাজিবলৈ ধৰিছে। অনিকদ্ধৰ ঘপ্‌কৈ বেলিৰামলৈ মনত পৰিল। বেলিৰামৰ গানবোৰো এনেকুৱা—শেষৰ-ফালে সি কন্দা যেন শুনি।

এটা সময়ত নাও আহি শোৱালকুছিৰ ঘাট পালে। ঘাট বুলিবলৈ ইয়াত তেনেকৈ একো নাই। গোটেইখন বহল বালি চাপৰি। চাপৰিৰ মাজে মাজে ওখ ওখ ঝাঁও গছৰ শাৰী। গছৰ শীতল ছাঁত গাত খান্দি লৈ বালিৰ মাজত কাছই কণী পাৰে। নাৱৰীয়াজনক বিদায় দি অনি-কদ্ধই বালিত খোজ পেলালে। কোনফালে কোনটো বাটেৰে যাব—সি নাজানে, কিন্তু সি যে যাবই লাগিব। পাহাৰৰ শিলনি বগাই হলেও সি এইফালেই গাঁৱলৈ যাব লাগিব। তাৰ গাঁওখন এতিয়াও বহুত দূৰৈত। বালিত কণী পাৰিবলৈ অহা কাছৰ খোজৰ চিন শাৰী পাতি আছে। সেই খোজৰ চিনে চিনে আগুৱাই গৈ সি এখন পিতনি পালেগৈ। পিতনিখনৰ পাৰত থিয় দি অনিকদ্ধই অসহায় দৃষ্টিৰে ইফালে সিফালে চাবলৈ ধৰিলে—ক'ৰবাত মানুহ-দুনুহ নাইবা বাটৰ সন্ধান পায় নেকি। অলপ সময় কাণ পাতি, চকু বহলকৈ মেলি থিয় দি থাকোতেই ওচৰতে ক'ৰবাত সি মানুহৰ কথা-বতৰা শুনিবলৈ পালে। বোধহয় এতিয়াহে সি শোৱালকুছি গাঁৱৰ সীমান্ত উপস্থিত হৈছেহি। অলপ সময় পিছতে পিতনিৰ কাষেদি থকা সুৰু-কীয়া বাট এটাত তাৰ চকু পৰিল। সি সেইফালে আগুৱাই গ'ল

সেই যি বাটত অনিৰুদ্ধই খোজ দিলে সেই বাটেৰে সি অবিৰাম গতিৰে আগুৱাই যাবলৈ ধৰিলে।

সম্পূৰ্ণ দুদিন দুৰাতি পাৰ হৈ গ'ল। এখন গধুৰ মালবাহী গাড়ীৰ দৰে দিনটো আহিল, এডাল লিচপিচিয়া সাপৰ দৰে দিনটো পাৰ হৈ ৰাতিৰ খোৰোঙত সোমাল। অচিনাকি গাঁৱৰ পথকৰা আলি আৰু ৰাজহুৱা বাটেৰে খোজকাঢি অনিৰুদ্ধই যেন কোনোদিনে নেদেখা-মুশুনা এখন অচিনাকী জগতৰহে সন্ধান পালে। বৃটিছ চৰকাৰৰ শোষণ আৰু নিষ্পেষণত জুৰুলা হৈ পৰা এইখন জগতৰ মানুহ আৰু ঘৰচীয়া জন্তুৰ চেহেৰাও একে—আটাইৰে জীৰ্ণ-শীৰ্ণ শৰীৰ, চকু কোটৰগ্ৰস্ত, বুকুৰ কামিহাড লেখিব পৰা—পথাৰৰ খেতিয়ক আৰু হালৰ গৰু—সকলোৰে। ঘৰে ঘৰে হাইজা—বসন্তৰ প্ৰকোপ। গাঁৱৰ আলি-পদূলিও দুৰ্গম। খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই, আনকি পিয়াহত পিবলৈ ভাল পানী এটুপিও নাই। মানুহে খাল-বিল, হোলা-ডোবা য'ৰে-ও'ৰে পানী খায়।

বাটকৰা মানুহৰ মুখে অনিৰুদ্ধই শুনিবলৈ পালে—কেনেকৈ অসমৰ প্ৰতিখন গাঁৱৰ প্ৰতিটো চুবুৰীৰ হিংসা খৰিয়ালৰ সুযোগ লৈ বৃটিছৰ শোষণ-দমনৰ মাত্ৰা ক্ৰমান্বয়ে বাঢ়ি যাবলৈ ধৰিছে। গাঁৱৰ মাজে মাজে বাট বুলি আহোঁতে অনিৰুদ্ধই মৰ্মে মৰ্মে উপলব্ধি কৰিলে—কৌটি কলীয়া অসমীয়া সমাজৰ ৰাজ হাডডাল ভাগিবলৈ যেন আৰু বেছি সময় নাই। হাডডালত আৰম্ভ হোৱা মেট্‌মেটনি শব্দটোও যেন সি শুনিবলৈ পালে। তাৰ নিজকে খুব অকলশৰীয়া যেন লাগিল। তাৰ সন্মুখত এতিয়া বহুত কামৰ ভিৰ—পাৰিব জানো সি ইমানবোৰ কাম কৰিব? এফালে দেশৰ স্বৰাজ, আনফালে অসমীয়া জাতিৰ পুনৰ গঠন। কোনটো আগ, কোনটো পাছ?

কথাবোৰ ভাবি ভাবি অনিৰুদ্ধই মনৰ ভিতৰত এক তীব্ৰ আলো-ড়ন অনুভৱ কৰিলে। তাৰ মনটো যিমানে আলোড়িত হ'ল সিমানে তাৰ ভিতৰত লুকাই থকা উগ্ৰতা আৰু হিংসাৰ কাঁইটীয়া বননিৰ মাজতো সুন্দৰ কোমল ফুলে পাহি মেলিবলৈ ধৰিলে। এটা ধ্বংস-স্তূপৰ মাজত বহি লাম-লাকটুৰ অৱশিষ্ট বুটলিবলৈ আৰম্ভ কৰা কোনো পথৰ ভিখাৰীৰ দৰে অনিৰুদ্ধৰ বুকুৰ মাজত সৃষ্টি আৰু নিৰ্মাণৰ বাবে এক অদম্য হেঁপাহ জাগ্ৰত হৈ উঠিল। বৰদলৈ উকীলে কোৱা কথাষাৰ তাৰ মনত পৰিল—দুৱাৰত টুকুৰিয়াই থাকা, দেখিবা এদিন দুৱাৰ মেল খাই যাব। বৰদলৈ উকীলৰ কথাষাৰৰ ভিতৰত লুকাই থকা ইংগিতটো আজিহে অনিৰুদ্ধৰ মনত স্পষ্ট হৈ উঠিল। সি মন বান্ধিলে। মনে মনে অংগীকাৰো কৰিলে। অনিৰুদ্ধই এইবাৰ দুৱাৰত টুকুৰিয়াব—অসমীয়া জাতিৰ চেতনাৰ বন্ধ দুৱাৰত সি টুকুৰিয়াই থাকিব, দুৱাৰ মেল নোখোৱা পৰ্যন্ত, তাৰ জীৱনৰ শেষ স্পন্দন বন্ধ নোহোৱা পৰ্যন্ত।

চৌধুৰী ডাক্তৰৰ চিকিৎসা আৰু পৰিচৰ্যাৰ গুণত মইনুল সোন-কালে সুস্থ হৈ উঠিল যদিও তাৰ গুলি লগা ভৰিখন আঁঠুৰ তলতে কটা গ'ল। হাতত লাখুটি লৈ কটা ঠেংখনৰে লেঙেৰিয়াই লেঙেৰিয়াই দুদিনমান গুৱাহাটীৰ আলিত সকলোৱে দেখাকৈ সি অনাই বনাই ঘূৰি ফুৰিলে। দিনটো টলৌ-টলৌকৈ ঘূৰি ফুৰি সি যেতিয়া সন্ধ্যা সময়ত তাৰ মাছখোৱাৰ ঘৰলৈ যায়, তেতিয়া মাছ খোৱাৰ লুংলুঙীয়া বাটৰ দাঁতিত জাবৰ খুচৰি থকা কুকুৰা চৰাইকেইটাই কেক্ কক্ শব্দ কৰি ভিৰাই লৰ মাৰে, ক'ৰবাত দুই এটা কুকুৰেও ভুকে। মছজিদৰ পৰা ভাঁহি অহা আজানৰ ধ্বনিয়ে তাৰ লাখুটিৰ খট্‌খট্ শব্দকো তল পেলাই গোটেই আকাশ-বতাহ ছানি ধৰে।

আজি কালি মইনুলক বিচাৰি পুলিচ যিমানবাৰ আহে, বৰদলৈ উকীলো সিমান বাৰেই আহে। পুলিচক লাগে তাৰ গাটো, বৰদলৈক লাগে তাৰ মনটো। কিন্তু কোনেও আজিলৈকে তাৰ দেহ-মন একো পোৱা নাই। তাক ঘৰত বিচাৰি নাপালে পুলিচে ঘৰৰ বুঢ়ী মাক আৰু ভায়েক-ভনীয়েককো জেৰা কৰে, ঘৰৰ বয়-বস্তু তালাচী কৰি তহিলঃ কৰে, বৰদলৈয়ে মাক আৰু ভায়েক-ভনীয়েকৰ সৈতে পৰম আত্মীয়ভাৱে কথা-বতৰা পাতে। বুঢ়ী মাক আৰু ল'ৰা-ছোৱালীহালৰ কাতৰ অনুৰোধ—বৰদলৈয়ে যেন মইনুলক পুলিচৰ কবলৰ পৰা ৰক্ষা কৰে। তেওঁ নামী উকীল যেতিয়া তেওঁ এই কাম কৰিব পাৰিব বুলিয়েই তেওঁলোকে একান্তভাৱে আশা কৰিছে। বুঢ়ীয়ে চকুপানী টুকি টুকি কেবাদিনো বৰদলৈক বুকুত সাৱটি ধৰিছিল। বৰদলৈয়ে কিন্তু মইনুলক এদিনো ঘৰত লগ পোৱা নাছিল।

শেষত এদিন পালে। সেইদিনা তাৰ গা সিমান ভাল নাছিল। গাত জ্বৰ। বাহিৰৰ পিৰালিতে মাকৰ সৈতে সি বহি আছিল। মাঘ-মহীয়া জাৰৰ দিনৰ সন্ধিয়া। পিৰালিতে ভগা কেৰাহী এখনত জুই ধৰি দুয়ো বহি আছিল। কেৰাহীৰ জুই নুমাই গৈছিল, কিন্তু অঙঠা কেইটামান তেতিয়াও দক্‌দক্‌কৈ জ্বলি আছিল। অঙঠাৰ ৰঙা পোহৰত দুয়োৰো শুকান নিস্প্ৰভ মুখদুখন জিলিকি আছিল।

বৰদলৈয়ে গৈ চোতালত ভৰি দিয়াৰ লগে লগে মইনুলে লাখুটি-ডাল বিচাৰি খপ্‌জপাবলৈ ধৰিলে। বুঢ়ীৰ মুখতো এক সন্ত্ৰাসৰ চিন ফুটি উঠিল। গাত কলা ওভাৰকোট আৰু ডিঙিত মাফলাৰ বান্ধি যোৱা বৰদলৈক তেওঁলোকে আন্ধাৰতে কোনোবা পুলিচৰ মানুহ বুলি ভাবিলে। লাখুটিডাল বিচাৰি লৈ মইনুল যাবলৈ উদ্যত হ'ল।

এনেতে এটা কাহ মাৰি ডিঙিটো পৰিষ্কাৰ কৰি লৈ বৰদলৈয়ে গলগলীয়া মাতেৰে অভয় দি ক'লে, "ক'লৈ যোৱা মইনুল। ভয় কৰিব নালাগে। পুলিচ নহয়। মইহে। মই বৰদলৈ উকীল। তোমাক

লগ পাবলৈ বহু দিনৰ পৰা চেষ্টা কৰি আছোঁ, লগহে ধৰিবপৰা নাই।”

লাখুটিডালত ভৰদি মইনুল অলপ আগবাঢ়ি আহিল। সি আগুৱাই অহাৰ দৃশ্যটো দেখি বৰদলৈৰ মনটো খুব বেযা লাগিল। পুলিচৰ চকুতো ধূলি মাৰি ফুৰা এই হেন ডেকা ল’ৰা মইনুলৰ আজি এই অৱস্থা! সেইটো যেন ডেকা ল’ৰা নহয়, এজন অক্ষম বৃদ্ধ। বৰদলৈক চিনিব পাৰি মইনুলে সেমেনা সেমেনিকৈ ক’লে, “অ’ দাদা। আপুনিহে। মই আকৌ পুলিচৰ মানুহ বুলি ভাবিছিলোঁ।”

“সেইবাবেই হবলা পলাবলৈ ধৰিছিলা?” পৰিস্থিতিটো পাতলা-বলৈ বৰদলৈয়ে হোহোৱাই হাঁহি দিলে। মইনুলৰ বুঢ়ীমাকে আথে বেথে পীৰা এখন পাৰি বৰদলৈক বহিবলৈ ক’লে। কৈ বুঢ়ী ভিতৰলৈ গ’ল। মইনুলে জুইৰ ওচৰতে বহি লৈ বৰদলৈক সুধিলে, “দাদা, আপুনি বা কিয় আহিল মোক বিচাৰি?”

অঙঠাৰ পোহৰত মইনুলৰ শুকান মুখখন নিৰীক্ষণ কৰি বৰদলৈয়ে ক’লে, “খাৰঘুলিৰ ঘটনাটো মই শুনিছিলোঁ। কলিকতাৰ কাকতত্তো ওলাইছিল। কিন্তু তোমাৰ কথাটো মই ভবা নাছিলোঁ। ভাবিছিলোঁ, কামটো কৃষ্ণকান্তৰো নহয়, অনিৰুদ্ধৰহে হ’ব। তোমাৰ চিকিৎসা শেষ হোৱাৰ পিছত এদিন চৌধুৰী ডাক্তৰেহে ক’লে কথাটো—। অৱশ্যে তেৱেঁ। তোমাৰ নামটো কোৱা নাছিল, মাথোন কৈছিল যে কামটো অনিৰুদ্ধৰ নহয।” বৰদলৈৰ অকোৱা-পকোৱা কথাখিনিয়ে মইনুলৰ ইখন ভৰিৰ বিষটো প্ৰৱল কৰি তুলিলে। দিনটো এখন ভৰিয়ে সি খোজ কাটি ফুৰে। ৰাতি সেইখন ভৰিতে বিষ উঠে। তাৰ ৰঙা-চিঙা পৰা মুখখনলৈ চাই বৰদলৈয়ে সুধিলে, “তোমাৰ গা ভাল নহয় নেকি?”

সি কেঁকাই কেঁকাই ক’লে, “গা ভাল নহয় দাদা। জ্বৰ। ইফালে ইমান জাৰ। গাত লবলৈ কাপোৰ-কানিও নাই। জুই পুৱাই আৰু কিমান থাকিম?”

এছাটি চেঁচা বতাহে হুয়োজনকে চুই গ'লহি। বৰদলৈয়ে তাক সান্ত্বনাৰ সুৰে ক'লে, "ভয় নকৰিবা, মইনুল। মই তোমাৰ লগত আছোঁ। পুলিচৰ বিষয়াজনৰ লগত মোৰ ভাল চিনাকি আছে। মই তেওঁক কৈ তোমাক এই বিপদৰ পৰা উদ্ধাৰ কৰিম। অনিৰুদ্ধকো বুজাইছিলোঁ। নুশুনিলে। সি বৰ একাচেকা। নিজে যিটো ভাল বুলি ভাৱে তাকে কৰে। তাক বুজাই লাভ নাই। তুমিতো বুজা সকলো কথা। সেইকাৰণে তোমাক কবলৈ আহিছোঁ। সম্প্ৰতে আমাৰ এছোছিয়েশ্যনৰ ওপৰত পুলিচৰ সিমান নজৰ নাই। তুমি আমাৰ মাজলৈ আহাঁ মইনুল। তোমাৰ জীৱনটো এনেকৈ ধ্বংস হবলৈ নিদিবা। স্বৰাজ আমিও বিচাৰিছোঁ, কিন্তু অনিৰুদ্ধহঁতৰ দৰে হিংসাৰ জৰীয়তে নহয়, অহিংস উপায়েৰে আমি স্বৰাজ আনিবলৈ চাইছোঁ। তুমি আমাৰ লগ লাগিলে আমি তোমাক সংস্থান দিম।'

মইনুলে বৰদলৈৰ কথাখিনি এটা দীঘল বক্তৃতা শুনাৰদৰে মনোযোগ দি শুনিলে। বহুত পৰলৈ সি নিমাত হৈ থকা দেখি বৰদলৈয়ে কোটৰ ভিতৰ জেপৰ পৰা এখন কাগজ আৰু এটা কলম উলিয়াই লৈ তাৰ আগত ধৰিলে। মইনুলে চাকিটো জ্বলাই লৈ কাগজখনত এবাৰ চকু ফুৰালে। আছাম এছোছিয়েশ্যনৰ সভ্য ভৰ্তি কৰা কাগজ। কাগজ খিলাৰ তলৰ ফালে এটুকুৰা খালী ঠাইত আঙুলিটো লগাই দি বৰদলৈয়ে তাক ক'লে, "এই খিনিতে—লোৱা কলমটো লোৱা—এই খিনিতে তোমাৰ চহী এটা দিয়া।" মইনুলে কলমটো লৈ কঁপা কঁপা হাতেৰে কাগজত চহীটো কৰিলে। কলমটো আৰু কাগজখন সামৰি-সুতৰি জেপত ভৰাই বৰদলৈয়ে স্বাভাৱিক হবলৈ যত্ন কৰি ক'লে, "এতিয়া আৰু তোমাৰ কোনো চিন্তা নাই। তুমি দুদিনমান ঘৰতে জিৰনি লোৱা। বাকীখিনি মই য'ত যি কৰিব লাগে কৰিম।" চহীটো কৰি উঠিহে মইনুলে অনুভৱ কৰিলে—সি যেন কিবা এটা অপৰাধ কৰিলে। এই অপৰাধৰ হয়তো

কোনো ক্ষমা নাই। কিন্তু, এটা পংগু শৰীৰ লৈ সিটো আৰু এনাৰ্কিষ্ট দলটো জীয়াই ৰাখিব নোৱাৰে। গুৱাহাটীৰ এনাৰ্কিষ্ট দলৰ ঘৰটো, দলৰ মুখিয়ল বিদ্যাভূষণ বৰুৱা, কৰ্মী কৃষ্ণকান্ত আৰু অনিৰুদ্ধ—কাকো এতিয়া গুৱাহাটীত বিচাৰি পাবলৈ নাই। হেমন্ত আৰু খোকনেতো কেতিয়া-বাই বৰদলৈৰ লগ লাগি এছোছিয়েশ্যনৰ কৰ্মী হিচাপে স্বদেশী আন্দোলনত প্ৰাণ ঢালি দিছে। এনে অৱস্থাত মইনুলে কৰিব কি? শ্মশানৰ এঙাৰৰ মাজত বহি ৰাউচি জুৰি কান্দিলেই জানো মৰি যোৱা জন ঘূৰি আহিব? সমগ্ৰ ভাৰততে এনাৰ্কিষ্ট দলৰ অকালমৃত্যু ঘটিছে। গুৱাহাটীৰ দলটোও এতিয়া মৰি ভূত হ'ল। মইনুলেহে মৰুভূমিত মৰীচিকা খেদি যুৰাৰ দৰে এনাৰ্কিষ্ট আদৰ্শেৰে দেশ স্বাধীন কৰাৰ সপোন লৈ জীযাই আছে। এনাৰ্কিষ্ট দলৰ ব্যূহ ভেদি ওলাই আহিবলৈ হয়তো সহজ, কিন্তু ইমান দিনে মনৰ মাজত লালন-পালন কৰি অহা স্বৰাজৰ বাসনা অকস্মাৎ জলাঞ্জলি দিয়াটো সহজ নহয়। মইনুলে মৰ্মে মৰ্মে উপলব্ধি কৰিছে—তাৰ জীৱনৰ প্ৰেৰণা আৰু আদৰ্শৰ সৈতে স্বৰাজৰ বাসনাও সাঙোৰ খাই আছে। বৰদলৈৰ কথাৰ সুৰ আৰু ব্যক্তিত্বৰ প্ৰভাৱত সি যেন হঠাতে নতুন পথৰ সন্ধান পাই গ'ল। ইমান দিনে অন্ধকাৰ আৰু দুৰ্গম বুলি ভাবি অহা পথত যেন বৰদলৈৰ কথাই নতুন পোহৰৰ ঢল বোৱাই দিলে। আবেগ আৰু উত্তেজনাত সি অধীৰ হৈ পৰিল।

অণ্ঠাৰ অনুজ্জল পোহৰত বৰদলৈয়ে তাৰ মনৰ উঠা-নমা ভাবৰ তৰংগমালা চাই থাকিল। এনেতে বুঢ়ীমাকে চাহ-জলপান আনি দুয়োজনৰে মাজত থলে। বৰদলৈয়ে বুঢ়ীৰ কোটৰগ্ৰস্ত নিষ্প্ৰাণ চকুদুটালৈ চাই চাহৰ বাতিত সোহা মাৰিলে। বাতিটো মাটিত থৈ তেওঁ বুঢ়ীৰ উদ্দেশ্যে ক'লে, "আপুনি আৰু দুখ নকৰিব। আপোনাৰ মইনুলক মই এটা গত লগাই দিম। তাকে কবলৈকে আজি ইয়ালৈ আহিছোঁ।" বুঢ়ীয়ে বৰদলৈৰ কথাও একো নামাতিলে। মাথোন তেওঁৰ চকুৰ কোণত ইমান পৰে ওলমি থকা পানী দুটোপালহে

টপবকৈ ভগা কেবাহীখনত পৰিল। কেবাহীৰ ছুঁইখিনিত ছেন্ ছেন্‌কৈ এটা শব্দ হ'ল।

পিছৰ ছমাহত অগা পিছাকৈ কেইবাটাত ঘটনা ঘটিল। গুৱাহাটীৰ পুলিচৰ চকুত ধূলি দি পলাই ফুৰা বিদ্যাভূষণ বৰুৱা এদিন বেলতলাত পুলিচৰ হাতত ধৰা পৰিল। দুদিন গুৱাহাটীৰ জেলত ৰখাৰ পিছত তেওঁক এলাহাবাদ জেললৈ চালান দিয়া হ'ল।

ৰেংগুনত খান চাহাবৰ আকস্মিকভাৱে মৃত্যু হোৱা খবৰটো ঢাকাৰ পৰা আহি গুৱাহাটীত ৰাষ্ট্ৰ হৈ পৰিল।

পুৰীৰ জগন্নাথ মন্দিৰৰ পৰা অহা এজন পূজাৰীয়ে এদিন কৃষ্ণ-কান্তক পাণ্ডা সজাই গুৱাহাটীৰ পৰা লৈ গ'ল। গাত গেৰুৱা বসন পিন্ধি, কপালৰ পৰা নাকলৈকে বৈ পৰা চন্দনৰ ফোঁট লৈ কৃষ্ণকান্তই শেষত আধ্যাত্মিক সাধনাকে সাৰোগত কৰি ল'লে।

বৰদলৈ উকীলৰ চেষ্টাত মইন্নুলে চৰমপন্থী আখ্যাৰ পৰা অব্যাহতি পালে। এছোছিয়েশ্যনৰ কাৰ্য্যালয়তে তাক এটা সৰু চাকৰি দি সংস্থান দিলে। বৰদলৈয়ে তাৰ বাবে কলিকতাৰ পৰা এডাল দামী পেং অনালে। আগতকৈ বহু আৰামত সি খোজ কাঢ়িব পৰা হ'ল।

দিনবোৰ আগুৱাই গৈ থকাৰ লগে লগে মায়াৰ মনৰ চিন্তা-ভাবনাবোৰতো আউল লাগিবলৈ ধৰিলে। আজি ইমানদিনে তাই অনিৰুদ্ধৰ একো খা-খবৰ পোৱা নাই। তাক মাত্ৰ দুমাহমানৰ কাৰণেহে তাই গুৱাহাটী এৰিবলৈ পৰামৰ্শ দিছিল। সি দেখোন যি গ'ল গ'লেই। ঘূৰি অহাটো দূৰৈৰ কথা তাইলৈ সি একো এটা খবৰো

পঠিওৱা নাই। মায়াৰ মনটো সন্দেহৰ মকৰাজালেৰে ভৰি উঠিল। তাই যি ভয় কৰিছিল—হয়তো সেয়েই হৈছে। অনিৰুদ্ধই গাঁৱলৈ গৈ তাইক হয়তো পাহৰি গৈছে।

কালি সন্ধিয়া দেউতাকৰ সৈতে পুলিচ বিষয়াজনে আকৌ কিবা কথা গোপনে আলোচনা কৰিছিল। কোঠাৰ দুৱাৰখনৰ আঁৰত থিয় দি তাই কথাখিনি শুনিছিল। পুলিচ অফিচাৰজনে কৈছিল, "বুইছে, গোপালবাবু, গোটেই দেশৰে এনাৰ্কিষ্ট দলবোৰ খতম হৈ গ'ল। এতিয়া তাৰ মানুহবোৰে ভীষণ হতাশাত ভুগিছে। কিছুমানে এতিয়া কি কৰিছে জানে?"

গোপালবাবুৱে লাহেকৈ সুধিছিল, "কি কৰিছে?"

"হাংগামা কৰিবলৈ ধৰিছে—কম্যুনেল হাংগামা। গুৱাহাটীত কিন্তু একো কৰিব পৰা নাই সিহঁতে। চব ঠাণ্ডা হৈ গৈছে। কিন্তু—এই অনিৰুদ্ধ বোলাটোৰ বাবে আমাৰ যত চিন্তা। সি এতিয়া গাঁৱত গৈ সাম্প্ৰদায়িক হাংগামা আৰম্ভ কৰিছে।"

"আপুনি ৰিপোৰ্ট পাইছে?"

"পাইছোঁ, পাইছোঁ। সি তাত অসমীয়া নাটক কৰিবলৈ লৈছে। আৰু মানুহবোৰক বুজাইছে, অসমত অসমীয়া নাটকহে চলিব লাগে, অন্য ভাষাৰ নাটক চলিব নোৱাৰে।" দুয়োজনে ঢেক্ ঢেক্কৈ হাঁহিছিল। হাঁহি শেষ হোৱাত তেওঁ আকৌ কৈছিল, "আজি নাটক, কাইলৈ কবিতা, পৰহিলৈ বা আৰু কি কৰে? বুইছে, গোপালবাবু, হতাশ মানুহে মনৰ জ্বালাত বহুত কিবা-কিবি কৰিব পাৰে।"

"মই অৱশ্যে তাৰ কথা ভবা নাই। ভাবিছোঁ মায়াৰ কথা। তাইক তাৰ পৰা আঁতৰাই আনিব পাৰিলেই মই ৰক্ষা পৰোঁ।"

"এতিয়া আৰু সেইটো আপুনি ভাবিব নালাগে। সি যেনেদৰে সাম্প্ৰদায়িক মনোভাৱেৰে কাম কৰিবলৈ ধৰিছে, বেছিদিন নালাগে, এমাহৰ ভিতৰতে সি আপোনাৰ ছোৱালীৰ কথা পাহৰি যাব। এইবোৰ মানুহ এনেকুৱাই। মায়াৰ সৈতে সি সম্পৰ্ক স্থাপন কৰিছিল

নিজৰ স্বাৰ্থত। এতিয়াতো মায়াৰ প্ৰতি তাৰ কোনো স্বাৰ্থ নাই।"

পুলিচ বিষয়াজনৰ কথাখিনি শুনাৰ লগে লগে মায়াৰ মূৰটো যেন আচম্ৰাই কৰিবলৈ ধৰিছিল। গোটেই পৃথিবীখন তল-ওপৰ হৈ চক্ৰাকাৰে তাইৰ চকুৰ আগত ঘূৰিবলৈ ধৰিছিল। কেতিয়া আহি তাই নিজৰ বিচনাত ধপ্‌কৈ পৰি গৈছিল তাই কবই নোৱাৰিলে।

কথাবোৰ ভাবি ভাবি মায়াই ভীষণ যন্ত্ৰণাত চটফটাই দিনবোৰ কটাবলৈ ধৰিলে। দিন যোৱাৰ লগে লগে তাইৰ মনৰ সন্দেহ ঘনীভূত হৈ আহিল। তাইৰ মনত এই ধাৰণা দৃঢ় হৈ আহিল যে তাই এটা বেলেগ সম্প্ৰদায়ৰ ছোৱালী, সেই বাবে অনিৰুদ্ধই তাইক ঘিন কৰে। তাইৰ প্ৰতি ইমান দিনে অনিৰুদ্ধই দেখুৱাই অহা আকৰ্ষণ এক ভুৱা প্ৰৱঞ্চনাৰ বাহিৰে আন একো নহয়। অনিৰুদ্ধই তাইক বৰ নিষ্ঠুৰভাৱে ছলনা কৰিলে। অনিৰুদ্ধক তাই প্ৰাণভৰি ভাল পায—তাইৰ দেহ আৰু মনৰ প্ৰতিটো অণু-পৰমাণু আজি অনিৰুদ্ধৰ নিবিড় সান্নিধ্যৰ বাবে উদ্বাউল হৈ উঠিছে। যন্ত্ৰণাত অধীৰ হৈ এদিন মায়াই অনিৰুদ্ধলৈ এখন চিঠি লিখিলে। চমু অথচ অৰ্থপূৰ্ণ এখন চিঠি। কোনো আবেগ অনুৰাগ নাই, অকোৱা-পকোৱা কথাৰ যুলজাৰি নাই, পোনপটীয়া আৰু স্পষ্ট ভাষাত অনিৰুদ্ধক মিছলীয়া, প্ৰবঞ্চক আৰু সঙ্কীৰ্ণমনা বুলি গালি পাৰি তাই চিঠিখন লেখিলে। চিঠিৰ শেষত তাই লিখিলে—

"... তোমাক মই ইমান দিনে বুজা নাছিলোঁ। তুমি মিছলীয়া, প্ৰবঞ্চক, তোমাৰ মন অতি ঠেক। মোৰ প্ৰতি তোমাৰ প্ৰেমৰো কোনো অৰ্থ নাই। জানা, অনিৰুদ্ধ, মই এই চিঠি তোমালৈ লিখিছোঁ তোমাৰ পৰা শেষ কথা এটি জানিবলৈ—তুমি মোক কিয় এনেকৈ ছলনা কৰিলা? কিয়? তোমাৰ কি স্বাৰ্থ আছিল?"

চিঠিখন লিখা শেষ কৰি তাই উচুপি উঠিল। নিজৰ ওপৰতে ধিক্কাৰ জন্মিল। এয়া তাই কি লিখিলে, কেনেকৈ তাই ইমান টান কথা অনিৰুদ্ধলৈ লিখিব পাৰিলে? চিঠিখন ডাকত

দিয়াৰ পাছত তাইৰ বুকুখন ভাগি-চিগি চুৰমাৰ হৈ যোৱা যেন লাগিছিল।

বহুদিন আগতে আধা লিখাকৈ পেলাই থোৱা কবিতাটোৱে এদিন হঠাৎ সাৰ পালে। গোটেই দিনটো গাঁৱত নাটক, থিয়েটাৰ, ব্যায়াম কেন্দ্ৰ, দুখীয়াৰ সাহায্য পুঁজি আদিৰ জঞ্জাল মাৰি ৰাতি এপৰত আহি ঘৰ সোমাওঁতে অনিৰুদ্ধৰ এদিন অকস্মাৎ পুৰণি কবিতাটোলৈ মনত পৰিল। মনত পৰিল সি গুৱাহাটীত এৰি অহা তেজ-মঙহৰ জীৱন্ত কবিতাফাকি লৈ। মাত্ৰ কেমাহমানৰ বাবেহে সি গাঁৱলৈ আহিছিল। কিন্তু ইতিমধ্যে ছমাহ সময় বাগৰি গ'ল। এই ছমাহতে সি গাঁৱৰ সমাজ আৰু সংস্কৃতিৰ কামৰ মেৰপাকত সোমাই গৈছে। ইফালে চৰকাৰী নিষেধ আজ্ঞাও আছে তাৰ ওপৰত। সি এতিয়া নিজৰ গাঁৱতে অন্তৰীণ। বিচাৰি বিচাৰি কাগজ এখিলা উলিয়াই সি কবিতাটো পুনৰ লিখিবলৈ ল'লে। কবিতাটোৰ প্ৰথম দুফাকি এদিন সি মাযাৰ আগত পঢ়ি শুনাইছিল। আজিও সেই দুফাকি আপোনা-আপুনি তাৰ কলমেৰে নিজৰি আহি কাকতত পৰিল। কাকতত পৰি কবিতাটোৱে যেন ভৰ বাৰিষাৰ এটা পৰ্ব্বতীয়া নৈৰ ৰূপ ধাৰণ কৰিলে। পৰ্ব্বত বগাই ভৈযাম পাযেই নৈখনে কেনি যাওঁ, কি কৰোঁকৈ উকমুকনি লগাই দিলে। অনিৰুদ্ধৰ মন থৌকি বাথৌ কল্পনাৰে উতলা হ'ল। ফেনে-ফোটোকাৰে সাগৰ-সদৃশ ৰূপ ধাৰণ কৰি, তৰ্জ্জন-গৰ্জ্জনৰ ধুমুহা বোৱাই নৈখনে গতি কৰিবলৈ ধৰিলে বিশাল সমুদ্ৰৰ ফালে। অনিৰুদ্ধৰ হৃদয়ৰ নিভৃত কোণত, তাৰ দেহৰ প্ৰতিটো সিৰা—উপ-সিৰাতে সেই প্ৰচণ্ড গতিৰ জোকাৰণি অনুভূত হ'ল। নীলা সাগৰ সি দেখা নাই, কিন্তু সাগৰৰ দৰে নীলা আকাশখন সি ওৰে দিনটো চকুৰ আগত লৈ আছে। স্নিগ্ধ উজ্জ্বল জেউতিৰে পূৰ্ণ পূৰ্ণিমাৰ

জোনটোও সি আজুৰি আনিব পৰা নাই; কিন্তু জোনৰ দৰে সুবিমল এখনি মুখ আৰু ভুবন-ভুলোৱা হাঁহিৰ বিজুলী সি নিচেই কাষৰতে দেখিছে। এহাতে শান্ত, আনহাতে উদ্‌ভ্ৰান্ত, এফালে শৃংখল, আনফালে বিশৃংখল সেই হাঁহিৰ বিজুলী। কাকত খিলাত কলমটো খোচ মাৰি ধৰি সি মায়াৰ ছবি এখন মনতে আঁকিবলৈ চেষ্টা কৰিলে। কিন্তু তাৰ মনৰ ছবিখনৰ সলনি এফাকি কবিতাহে তাৰ কলমেৰে ওলাই আহিল। বহুপৰলৈকে সি কবিতাফাকি গুণগুণাই গাই থাকিল। ৰাতি যিমানে গভীৰ হৈ আহিবলৈ ধৰিলে, সিমানে তাৰ হৃদয়ৰ আবেগ-উপলব্ধিৰ গভীৰতাও বাঢ়ি যাবলৈ ধৰিলে। মায়াৰ অতুলনীয় সৌন্দৰ্যৰ অতল সমুদ্ৰৰ পৰা এইবাৰ উঠি আহিল ৰহস্যময়ী প্ৰকৃতিৰ বিশ্বভৰা উদাৰ সৌন্দৰ্য। সেই সৌন্দৰ্য-আলোকিত দুৱাৰেদি অভ্যন্তৰলৈ সোমাই যাবৰ বাবে যেন তাৰ মন উচপিচাই উঠিল। কিন্তু সি যে যাব নোৱাৰে, সন্মুখত তাৰ ভীষণ হেঙাৰ—অহংকাৰ, আকাংখা আৰু বাসনাৰ দুৰ্লংঘ্য হেঙাৰ। কিন্তু সমুখৰ হেঙাৰ আৰু বাধা-বিঘিনিলৈ অনিৰুদ্ধই বিন্দু-মাত্ৰও ভয় নকৰে। তাৰ বাবে বাধাই প্ৰত্যাহ্বান। ধ্যানমগ্ন ঋষিৰ দৰে অনিৰুদ্ধই সাধনাৰ জৰিয়তে শেষত সেই হেঙাৰ অতিক্ৰম কৰিলে, সীমাৰ মাজতে অসীমক পাই, মহা-সৌন্দৰ্যৰ মিলন সংগীত গাই তাৰ মন অধীৰ হৈ উঠিল।

অনিৰুদ্ধই কবিতাটো লিখা শেষ কৰে মানে পুৱে বগা-ডাঁৰ দিলে। এহাল ঘন চিৰিকা আহি তাৰ কোঠাৰ খিৰিকিখনতে পৰিল। কবিতাটো সামৰি-সুতৰি থৈ এঘুমটি মাৰিবলৈ ওলাওঁতেই বেলিৰাম উধাতু খাই দৌৰি আহিল। আহি একেবাৰে তাৰ বিছনাৰ-কাষতে থিয় হৈ ফোপাই ফোপাই তাক মাতিবলৈ ধৰিলে, "মইনা, উঠচোন উঠ। শুনিলিনে? উঠচোন।"

অনিৰুদ্ধই ভেকাহি মাৰি সুধিলে, "কি হ'ল অ' তোৰ? ইমান পুৱাতে এনেকৈ চিঞৰিবলৈ তোক কিহে পাইছে?"

"এনেকৈ চিঞৰিবলৈ মোক ভূতে পোৱা নাই দে। সোনকালে উঠ।"

"নকয় কিয় কথাটো ? কি হৈছে ?"

এইবাৰ বেলিৰাম ক্ষন্তেক সময় ৰ'ল। তাৰ পিছত সেমেকা কণ্ঠেৰে সি লাহে লাহে ক'লে, "মইনা, ৰাতি দেউতাৰ অসুখ বোধহয় বেছি হৈছিল। মানুহজনে বৰ কষ্ট পালে। মইনা—"

"কি ক'লি ?"

"দেউতা আৰু নাই—মইনা—দেউতা আৰু নাই।"

অনিৰুদ্ধই একেজাপে বিছনাৰ পৰা নামি দেউতাকৰ কোঠালৈ আহিল। বহলকৈ চকুদুটা মেলি নিথৰ হৈ মানুহজন বিছনাত পৰি আছে। মূৰ শিতানত অনিৰুদ্ধৰ মাক। সি গৈ কাষত থিয় দিয়াৰ লগে লগে মাকৰ দুচকুৰে পানী বাগৰিবলৈ ধৰিলে। অনিৰুদ্ধই এবাৰ মাকলৈ—এবাৰ বেলিৰামলৈ চাই দেউতাকৰ গাৰ ওপৰতে পৰি হুকুহুকৈ কান্দিবলৈ ধৰিলে। তাৰ কান্দোন শুনি ওচৰ-চুবুৰীয়া মানুহ কেইজনমানো সিহঁতৰ ঘৰলৈ আহিল। বাৰীৰ পিছফালে থকা কৰ্দৈ জোপাত পৰি এটা কাউৰীয়ে ভালফাল লগাই চিঞৰিবলৈ ধৰিলে। গোহালীৰ গৰু কেইটাই পঘা টানি টানি ঠাইতে চট্‌ফটাবলৈ ধৰিলে, নাকেৰে কিছুমান আচহুৱা শব্দ বাহিৰ কৰি গৰু কেইটাই নেজ লৰাবলৈ ধৰিলে।

অনিৰুদ্ধ গাঁৱলৈ যাবৰ বহুদিন হ'ল। বেণুৱে আঙুলিৰ মূৰত গন্তি কৰি পালে—পূৰা আঠমাহ। ইমান দিনে সি গুৱাহাটীলৈ নাহিল যেতিয়া সি আৰু নাহেই—বেণুৰ মনত এনে এটা ভাব সোমাইছে। ইফালে কৃষ্ণকান্তও নাই। অকলশৰে শূন্য ঘৰটো বখি বখি মানুহজনী যেন বন্দীয়া হৈ যাব। আজিকালি এইখন

ঘৰলৈ কোনো নাহে। তেওঁৰ মাকৰ ঘৰৰ কোনো মানুহেই আজি কোপতি তেওঁৰ খা-খবৰ কৰা নাই। পুলিচৰ মানুহ কেজনমান মাজে মাজে আহিছিল। কেবাদিনো আহি ঘৰত কৃষ্ণকান্ত— অনিৰুদ্ধ কাকো নাপাই শেষত এদিন তেওঁলোকে নাট্যসমাজৰ ঘৰটোকে ভাঙি বগৰাই থৈ গ'ল। সেই দিন ধৰি আৰু এই ফালে পুলিচ অহা নাই। ৰেণুৰ সমুখত এতিয়া অন্তহীন দীঘল বাট—ধুৰলী-কুঁৰলী চিন্তাৰদৰে আউল লগা মোৰ বিচাৰি নোপোৱা সেই বাট। তেওঁ এতিয়া ক'লৈ যাব ? কৃষ্ণকান্তৰ ঘৰলৈ নে তেওঁৰ নিজৰ ঘৰলৈ ? দুয়োখন ঘৰ আজি তেওঁৰ পৰা বহুদূৰৈত—দূৰত্ব বাটৰো, মনৰো। কিন্তু কলৈকো নগৈ তেওঁনো গুৱাহাটীতে কেনেকৈ থাকিব ?

অনিৰুদ্ধলৈ চিঠিখন ডাকত দিয়াৰ পিছত এদিন মায়া কৃষ্ণকান্তৰ ঘৰ বিচাৰি ওলাল। মাক দেউতাক কাকো নোকোৱাকৈ তাই অকলে এদিন ৰাতিপুৱা নাট্য সমাজৰ ভগা ঘৰটোৰ সন্মুখ পালেহি। ঘৰটোৰ কাষেদি যোৱা সৰু বাটটোৰে অলপ আগুৱাই গ'লেই কৃষ্ণকান্তৰ ঘৰ পোৱা যায় বুলি এদিন অনিৰুদ্ধই তাইক কৈছিল। অনিৰুদ্ধই আৰু কৈছিল—বাঁহৰ নঙলা, এজোপা কৰবী ফুলৰ গছ, খেৰৰ জুপুৰী, চোতালত এজোপা নিম গছ। সেযে কৃষ্ণকান্তৰ ঘৰ। সৰু বাটটোৰে মায়া আগুৱাই গ'ল। গৈ গৈ নঙলাডাল খুলিবলৈ হাত আগবঢ়াই দিওঁতেই তাইৰ চকুত পৰিল ঘৰৰ পিৰালিত এজনী মানুহ বহি আছে। মায়াই অনুমান কৰিলে, সেয়াই বোধহয় ৰেণু—অনিৰুদ্ধৰ খুড়ীযেক। ছোৱালীজনী আগ বাঢ়ি অহা দেখি ৰেণু বহাৰ পৰা উঠিল। আগ্ৰহ আৰু উৎকণ্ঠাৰে তেওঁ মায়াৰ মুখলৈ ৰ লাগি চাবলৈ ধৰিলে। মায়াৰ চকুতো মানুহজনীৰ নিঃস্ব, নিঃকিন অথচ পবিত্ৰ ৰূপটো বাঙ্ময় হৈ উঠিল। ৰেণুৱে মায়াক কোনোদিন দেখা

নাই। তথাপি তাই আগত থিয় দিয়াৰ লগে লগে তেওঁৰ কাণত বহুদিন আগতে নাট্য সমাজৰ ঘৰটোৰ পৰা সন্ধিয়া সময়ত ভাঁহি অহা সেই সুমধুৰ কণ্ঠস্বৰটো বাজি উঠিল। ৰেণুৰ ঘপকৈ মনত পৰিল অনিৰুদ্ধৰ কিতাপৰ মাজত থকা ফটোখনলৈ। অনিৰুদ্ধৰ কিতাপ-পত্ৰ পুলিচে খানা-তালাচ কৰোতে সেইখন মজিয়াত পৰি গৈছিল। মায়াৰ চকুত চকু ৰাখি বিস্ময়—বিহ্বল কণ্ঠেৰে ৰেণুৱে ক'লে, "তুমি! তুমি!—"

"হয় খুড়ীদেউ। মই—মই মায়া।"

"মায়া! তুমি!"

"খুড়ীদেউ, মই আপোনাৰ ওচৰলৈ আহিছোঁ।"

মায়াৰ মুখৰ 'খুড়ীদেউ' সম্বোধনটোৱে ৰেণুৰ চকুলৈ আৰু দুটোপাল চকুলো কঢ়িয়াই আনিলে। চাদৰৰ আচলেৰে চকুলো দুটোপাল মচি ৰেণুৱে ক'লে, "আহাঁ, ভিতৰলৈকে আহাঁ।"

ৰেণুৰ পিছে পিছে মায়া ঘৰৰ ভিতৰলৈ সোমাই গ'ল। ঘৰ নহয় যেন এখন মৰিশালী—নীৰৱ, নিষ্প্ৰাণ। মাতৃহৃদয়ৰ প্ৰতি মায়াৰ মন অপাৰ কৰুণাৰে ভৰি উঠিল। বয়ছতকৈ বেছি বুঢ়ী হৈ পৰা ৰেণুৰ শুকান মুখখনলৈ চাই থাকোতে মায়াৰ মনত এক অবুজ হাহাকাৰৰ সৃষ্টি হ'ল। মৰহি সৰি পৰা এটা কৰবী ফুলৰ দৰে এখন মুখ, ৰৰফৰ মাজত চৰি ফুৰা দুটা নিৰীহ ভেড়া পোৱালিৰ দৰে এযুৰি চকু, শুকাই খৰিকা যেন হোৱা হাতৰ আঙুলি, গাত শতছিন্ন কাপোৰ—ইয়াৰ মাজত কল্পনাৰ তেজ-মঙহ লগাই মাতৃহৃদয়ৰ আচল ৰূপটো বিচাৰি উলিয়াবলৈ চেষ্টা কৰি মায়া বিফল হ'ল। ক্ৰমে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিবলৈ লোৱা নীৰৱতা ভংগ কৰি মায়াই সুধিলে, "খুড়ীদেউ, খুড়াদেউ আৰু অনিৰুদ্ধৰ কিবা খবৰ বাতৰি পায়নে?"

"ক'ত আৰু খবৰ পাম? তেওঁলোক তেনেকুৱাই,—মোক একো নকয়, একোকে নজনায়।"

মায়াই কিন্তু কৃষ্ণকান্তৰ খবৰ পাইছে। ঘৰত দেউতাক আৰু

পুলিচ বিষয়াজনে সিদিনা কৃষ্ণকান্তৰ কথা কোৱা-মেলা কৰা তাই শুনিছে। পুৰীৰ জগন্নাথ মন্দিৰলৈ যাওঁ বুলি ওলাই যোৱা কৃষ্ণকান্ত এতিয়া পুৰীত নাই। পুলিচৰ শেহতীয়া খবৰ মতে তেওঁ আছি অৰবিন্দৰ লগ লাগিছে। এসময়ৰ উগ্ৰপন্থী স্বদেশী কৰ্মী অৰবিন্দই আজিকালি যোগ চৰ্চাৰ জৰিয়তে ভাৰতীয় মানুহৰ বিবেক আৰু চেতনা জাগ্ৰত কৰিবলৈ আশ্ৰম পাতি সাধনা কৰিবলৈ লৈছে। কৃষ্ণকান্তও এতিয়া অৰবিন্দৰ এজন অন্যতম শিষ্য। তেওঁ নিজৰ নাম পৰ্যন্ত সলনি কৰি লৈছে। এইবোৰ কথা মাযাই জানে, কিন্তু কথাবোৰ ৰেণুৰ আগত কবলৈ তাইৰ মন নগ'ল। কৃষ্ণকান্ত আশ্ৰমবাসী হোৱা কথাটো শুনিলে হয়তো তেওঁ মনত আৰু বেছি দুখ পাব। পৰিবেশটো পাতলাবলৈ তাই ক'লে, "খুড়াদেউৰ কাৰণে চিন্তা নকৰিব। তেওঁ আগৰে পৰাই তেনেকুৱা যেতিয়া আছে ক'ৰবাত। হয়তো ভালদৰেই আছে। কিন্তু, মই চিন্তা কৰিছোঁ—"

"তুমি ঠিকেই কৈছা মায়া। ইযাৰ কাৰণেহে মোৰো চিন্তা লাগিছে। মইনাৰ কাৰণে। সিটো ইমান দিন গাঁৱত থকা মানুহ নহয়।"

ৰেণু আৰু মাযাৰ মাজলৈ পুনৰ এক অসহ্য নীৰৱতা নামি আহিল। নীৰৱতাৰ সুযোগ লৈ দুযোৰে মনৰ গোপন পৰ্দা দুখনিও লাহে লাহে দুটা প্ৰতিবিম্বৰ আবিৰ্ভাব হ'ল—কৃষ্ণকান্ত আৰু অনিৰুদ্ধৰ প্ৰতিবিম্ব। সেই দুয়োটা প্ৰতিবিম্বৰ মাজতে যেন দুযোজনীৰে মনৰ সকলো হেঁপাহ আৰু প্ৰাৰ্থনা মূৰ্তিমান হৈ উঠিল।

এইবাৰ কণ্ঠত কিছু দৃঢতাৰ প্ৰলেপ সানি মাযাই ৰেণুক ক'লে, "খুড়ীদেউ, আপুনি ইয়াত অকলে অকলে এনেকৈ থকাটো ভাল হোৱা নাই। আপুনি মোৰ লগত চ'লক। আমাৰ ঘৰত থাকিব।"

মায়াৰ কথাত ৰেণু যেন চক খাই উঠিল, "তুমি এইবোৰ কি কথা কৈছা মায়া? মই—তোমালোকৰ ঘৰত—নালাগে নালাগে। মোৰ বাবে তুমি মিছাকৈয়ে ইমান কষ্ট খাব নালাগে। মই ইয়াতে থাকিম।"

ৰেণুৰ বাবে এতিয়া সকলো পথ বন্ধ হৈ গৈছে। এই কথা তেওঁ ভালদৰে জানে। তেনে স্থলত এতিয়া মায়াই আহি তেওঁৰ বাবে এটা নতুন পথৰ দুৱাৰ খুলি দিব খোজাত তেওঁ সচাকৈয়ে আচৰিত হ'ল, আতংকিত হ'ল। ত্যাগ আৰু কষ্টকে জীৱনৰ ব্ৰত কৰি লৈ জীৱনৰ বিযলি পৰত আহি উপনীত হোৱা এগৰাকী নাৰীৰ বাবে এই পথৰ এতিয়া কোনো অৰ্থ নাই। ৰেণুক এতিয়া আৰু আশ্ৰয় নালাগে। দুখ-যন্ত্ৰণাৰ কাঁইটৰ বুকুতে তেওঁ জীৱনৰ অৰ্থ আৰু আশ্ৰয় বিচাৰি পাইছে।

ধীৰে ধীৰে পাহৰণিৰ গৰ্ভৰ পৰা উঠি অহাৰ দৰে ৰেণুৱে মায়াৰ মুখলৈ সবিস্ময়ে চালে। তাৰ পিছত তাইৰ মূৰত হাত বুলাই বুলাই তেওঁ ক'লে, "মোৰ কাৰণে তুমি চিন্তা কৰিব নালাগে মায়া। তুমি পাৰিলে ইয়াৰ—মানে, মইনাৰ—অলপ খা-খবৰ কৰা। তাৰ বাবেহে মোৰ যত চিন্তা। তুমি পাৰিবা।"

ৰেণুৰ কথাৰ আঁৰত লুকাই থকা ইংগিতটোৱে মায়াৰ মনটো মুহূৰ্তৰ বাবে জোকাৰি দি গ'ল—এছাটি মৃদু বতাহে যেন এপাহ ফুলত এটা জোকাৰণি তুলি গ'ল।

ইযাৰ পিছতো ৰেণুক মাযাই ঘৰলৈ লৈ যাবৰ বাবে বহুতবাৰ কাকুতি-মিনতি কৰিলে। ৰেণুৱে মায়াহঁতৰ ঘৰত কোনো অসুবিধা নাপায, অসন্মান নাপায—এইবোৰ কথাও তাই খোলাখুলিকৈ ক'লে। তথাপি ৰেণু নগ'ল। নিৰাশ হৈ শেষত মায়া গুচি গ'ল। ৰেণুৰ এয়া অহংকাৰ নে অভিমান—মায়াই বুজিব নোৱাৰিলে। হয়তো মায়াহঁতৰ ঘৰখনৰ সকলো কথা ৰেণুৱে জানে, হয়তো কৃষ্ণকান্ত নাইবা অনিৰুদ্ধই তেওঁক মায়াৰ দেউতাকৰ কথাবোৰ কৈছে। এটা গধুৰ মনলৈ মাযা গুচি গ'ল।

মায়া যোৱাৰ পিছতে ৰেণুৰ ওচৰলৈ ববদলৈ উকীল আহিল। পিৰালিৰ এচুকত পৰিথকা হাতল ভগা চকীখন দাঙি আনি চাদৰৰ আঁচলেৰে জোকাৰি-মচি ৰেণুৱে ববদলৈক বহিবলৈ ক'লে। ববদলৈয়ে হাঁহি হাঁহি ক'লে, "এইবোৰ আপুনি কি কৰিছে? মই চকীত বহিম;

আৰু আপুনি থিয় হৈ থাকিব। সেইটো হ'ব নোৱাৰে। হ'ব, মোৰ ইয়াতে হ'ব।" এইবুলি বৰদলৈয়ে পীৰা এখন পাৰি তাতে বহিল। দুৱাৰ দলিও থিয় দি বেণুৱে তেওঁৰ ফালে অবাক হৈ চাই থাকিল। মানুহজনৰ শান্ত-সৌম্য চেহেৰা, সুন্দৰ ব্যৱহাৰ আৰু সৰল পোছাক-পাতিয়ে বেণুক যেন বিমুগ্ধ কৰি পেলালে। আগতেও বৰদলৈ এইখন ঘৰলৈ আহিছিল, কিন্তু আহিলেও ইমান ওচৰৰ পৰা এনেদৰে তেওঁক চাবলৈ বেণুৱে সুযোগ পোৱা নাছিল। বৰদলৈ এজন বিখ্যাত উকীল। সেইজন মানুহ এতিয়া বেণুৰ সমুখত পীৰাত বহি আছে। কথাটো ভাবি তেওঁ শিহৰিত হৈ উঠিল।

পীৰাখনত বহিয়েই বৰদলৈয়ে ইফালে সিফালে দুবাৰমান কিবা বিচৰাৰ দৰে চালে। তাৰ পিছত বেণুৰ ফালে নোচোৱাকৈয়ে তেওঁ সুধিলে, "এওঁলোক কোনো নাই নেকি ঘৰত?"

এটা হুমুনিয়াহ এৰি বেণুৱে ক'লে, "নাই। মইনা ঘৰলৈ গ'ল। আৰু এওঁৰতো একো খবৰেই নাপাওঁ।"

"ওঁ", বৰদলৈ বৰ গহীন হৈ গ'ল। কৃষ্ণকান্ত আৰু অনিৰুদ্ধক বৰদলৈয়ে বহুবাৰ বুজাইছিল—হিংসাৰ পথ ত্যাগ কৰিবলৈ। তেওঁ কৈছিল যে, হিংসাৰে আৰম্ভ হোৱা আন্দোলন হিংসাৰ বুকুতে জাহ যায়। হিংসাৰে জনসাধাৰণক সৰ্বাত্মকভাৱে জগাব নোৱাৰি। অ'ত ত'ত দুই এটা হত্যাকাণ্ড হ'ব, অগ্নিকাণ্ড হ'ব—ইমানেই। এই আটাইবোৰ কথা বৰদলৈয়ে খৰচি মাৰি দুয়োকো বুজাবলৈ চেষ্টা কৰিছিল। নোৱাৰিলে। দুয়োৰে মন আৰু চিন্তা একে। পাৰ্থক্য ইমানেই যে কৃষ্ণকান্তই কাৰ্যতঃ গ্ৰহণ নকৰিলেও বৰদলৈৰ কথা বুজিবলৈ চেষ্টা কৰিছিল, অনিৰুদ্ধই কিন্তু চেষ্টাও নকৰিলে। সি কৃষ্ণকান্ততকৈ অধিক কঠোৰ আৰু অসহিষ্ণু।

এইবাৰ বেণুৰ চকুলৈ পোনে পোনে চাই সহানুভূতিভৰা মাতেৰে বৰদলৈয়ে সুধিলে, "পিছে, আপুনি কি ভাবিছে? এতিয়া কি কৰিম বুলি ভাবিছে?"

বেণু ছুৱাৰ দলিৰ পৰা অলপ আগুৱাই আহিল। আহি বৰদলৈৰ পৰা চাৰি হাতমান আঁতৰত বহিল। বৰদলৈৰ বিশাল গভীৰ চকু ছুটাত লাগি থকা প্ৰশ্নটোৱে মানুহজনীক যেন বিমূঢ় কৰি তুলিলে। কি উত্তৰ দিব ভাবি থাকোতে বৰদলৈৰ চকুৰ মণিত উঠা নিজৰ প্ৰতি-বিম্ব ছুটালৈ বেণুৰ দৃষ্টি গ'ল। বৰদলৈৰ চকুৰ মণিত ছুজনী সৰু ছোৱালী হৈ বেণু বহি আছে। গোটেই জীৱন জুৰি নিশ্চিত আৰু নিৰাপদ আশ্ৰয় বিচাৰি আতুৰ হৈ ফুৰা এজনী ছুখুনী তিৰোতাৰ সকলো হাবিযাস যেন ক্ষুদ্ৰ প্ৰতিবিম্ব ছুটাৰ মাজেৰে ফুটি উঠিছে। বৰদলৈৰ প্ৰশ্নৰ উত্তৰত মানুহজনীয়ে ক'লে, "কি কৰিম একো ভাবি পোৱা নাই।" তেওঁৰ কণ্ঠত গভীৰ যন্ত্ৰণাৰ সুৰ বাজি উঠিল, "কোনোবা জনমত বোধহয় কিবা পাপ কৰিছিলোঁ। সেই কাৰণে, ভগবানে মোক ইমান শাস্তি দিছে। শাস্তি যেতিয়া পালোঁৱেই, বাকী দিনকেটাও এনেকৈয়ে পাৰ কৰিব লাগিব।"

প্ৰচণ্ড জোৰে মূৰ জোকাৰি বৰদলৈয়ে ক'লে, "নাই নাই। এই-বোৰ কথা আপুনি ভবাটো ঠিক হোৱা নাই। আপুনি কি পাপ কৰিছে? সেইবোৰ মিছা কথা। পাপ-চাপ সেইবোৰ মিছা।" বৰ-দলৈৰ কণ্ঠস্বৰ সলনি হ'ল, "আপোনাক মই অলপ সহায় কৰিব খুজিছোঁ যদি আপুনি মোৰ সহায় গ্ৰহণ কৰে।"

"আপুনি! আপুনি মোক—" বেণু আচৰিত হৈ গ'ল।

"হয়। এইটো মোৰ কৰ্তব্য বুলিয়ে ভাবিছোঁ।"

বৰদলৈৰ কথাৰ অৰ্থ বেণুৱে বুজি নাপালে। তেওঁ আকৌ ক'লে, "আপুনি আমাৰ এছোছিয়েশ্যনৰ নাম নিশ্চয় শুনিছে।"

"হয়, শুনিছোঁ।"

"আগতে জগন্নাথ বৰুৱাইঁতে এছোছিয়েশ্যনৰ কাম কৰিছিল। পিছে বৰুৱা ঢুকাবৰ আজিতো কেবা বছৰো হ'ল। এতিয়া কামৰ ভাৰ মোৰ ওপৰতে পৰিছে। এফালে এই কাম, আনফালে হাইকোৰ্টৰ ওকালতি—দিনে-ৰাতি মোৰ এইবোৰেই চিন্তা। তাৰ মাজতে আজৰি

আৰু সুযোগ পালে দুই এজনক সহায় সাহায্যও কৰোঁ। সেই যে মইনুল বোলা ডেকা ল'ৰাটো—অনিৰুদ্ধহঁতৰ লগৰে আছিল সিও। বেচেৰাৰ ভৰি এখন বেয়াকৈ ক'টা গ'ল। তাক এতিয়া আমাৰ এছোছিয়েশ্যনৰ অফিচতে কাম এটাত সুমুৱাই দিছোঁ। সিও ৰক্ষা পৰিল, লগতে তাৰ ঘৰখনেও উদ্ধাৰ পালে। আপুনিও তেনেকুৱা কিবা এটা— ।"

"অফিচৰ চাকৰি মই কেনেকৈ কৰিম ?"

"আপুনি চাকৰি কৰিব নালাগে নহয়। কামহে কৰিব।" বৰদলৈয়ে মৃদুভাৱে হাঁহিলে, "আমি এছোছিয়েশ্যনৰ তৰফৰ পৰা অনাথ শিশুৰ কেন্দ্ৰ এটা খুলিব খুজিছোঁ। কেন্দ্ৰটো আপোনাৰ এই ঘৰটোতে পতাৰ কথা আমি চিন্তা কৰিছোঁ। অৱশ্যে ঘৰটো কিছু মেৰামতি কৰাব লাগিব। সেইটো আমিযে কৰিম। তেতিয়া আৰু এই ঘৰত আপুনি অকলশৰে থাকিব নালাগে। আপোনাৰ এবাহ ল'ৰা-ছোৱালী হ'ব।" বৰদলৈয়ে হো হোৱাই হাঁহি দিলে। তেওঁৰ হাঁহিটোৱে ৰেণুৰ ভিতৰৰ মানুহজনীক যেন জন্‌জন্‌কৈ জোকাৰি দিলে। জোকাৰণি শাম কটাৰ পিছত তেওঁৰ ওঁঠত বিষণ্ণ হাঁহিৰ ৰেখা ফুটি উঠিল।

যাবলৈ উঠি বৰদলৈয়ে শেষ কথাষাৰ কোৱাৰ দৰে ক'লে, "তেনেহলে, এতিয়া মই উঠো। আপোনাৰ সন্মতি লোৱা হৈ গ'ল বুলি মই ধৰি ললোঁ। আপুনি একো কৰিব নালাগে। সকলোখিনি আমি কৰি দিম। আপোনাক সহায় কৰিবলৈ দুই এটা মানুহো দিম। হৈ যাব—একো চিন্তা নাই। মই আছোঁ।"

ৰেণুৰ সন্নিধানলৈ বাট নাচাই খৰখেদাকৈ বৰদলৈ গুচি গ'ল।

## দহ

ৰজা পঞ্চম জৰ্জৰ অভিষেক উৎসৱলৈ আৰু দুদিনহে বাকী আছে। ৰাজধানী দিল্লী মহানগৰীত উৎসৱৰ ধুম উঠাৰ লগে লগে সমগ্ৰ ভাৰতেো তাৰ ধ্বনি-প্ৰতিধ্বনি বিযপি পৰিছে। গুৱাহাটীৰ কথাই নাই, অনিৰুদ্ধহঁতৰ গাঁৱে-ভূঁয়েও ইয়াৰ অনুৰণন উঠিছে। এই উৎসৱ মহা ধুম-ধামেৰে পাতিবলৈ মহকুমাধিপতি ফুকন চাহাবৰ যেন গাত গোঁসাই নাই। এই সংক্ৰান্ততে এদিন তেওঁ অনিৰুদ্ধহঁতৰ দলটোক বাসস্থানলৈ মাতি পঠিযালে। ফুকন চাহাব ইংৰাজ চৰকাৰৰ আজ্ঞাধীন বিষয়া হলেও অসমীযা ভাষা-সংস্কৃতিৰ প্ৰতি তেওঁৰ অকৃত্ৰিম শ্ৰদ্ধা। অনিৰুদ্ধহঁতৰ দলটো দেখি তেওঁ বৰ আনন্দ প্ৰকাশ কৰিলে আৰু উৎসৱৰ দিনা গান-বাজনাৰ লগতে এখন ভাল নাটকৰ অভিনয পতাৰ ইচ্ছাও প্ৰকাশ কৰিলে। ফুকনৰ উৎসাহতে গা ঢালি দি অনিৰুদ্ধই কৈযেই পেলালে, "আপুনি ঠিকেই কৈছে। আমি এখন অসমীযা নাটকৰ অভিনয় পাতিম।"

তাৰ কথাষাৰ শেষ হোৱাৰ লগে লগে তাৰ লগৰ আটায়ে গিৰ্জনি মাৰি হাঁহি দিলে। তাৰে এজনে হাঁহি হাঁহি ক'লে, "তোৰো যে কথা আৰু। অসমীয়া নাটৰ অভিনয় কৰি এই ৰজাৰ অভিষেক উৎসৱ পালন কৰিবি?" প্ৰথম জনৰ কথাতে সুৰ মিলাই দ্বিতীয় এজনে ক'লে, "অসমীয়া ভাষা নাটকৰ উপযোগী নহয়। সেই বাবে আজি-লৈকে অসমীয়া ভাল নাটক এখন ওলোৱা নাই।"

অনিৰুদ্ধই উত্তেজিত হৈ ক'লে, "কিয়, মেঘনাদ বধ, পাৰ্থ পৰাজয় —এইবোৰ নাটক নহয় নেকি?"

"থৈ যে তোৰ নাটক। সেইবোৰ কিবা নাটক নে? কথাৰ ৰস নাই, সংলাপত জোৰ নাই। বচনবোৰ আওৰাবলৈকে কিবা ভাল নালাগে।"

"ঠিক আছে। তইঁতে সেই দুখন নাটক বেয়া পাই যেতিয়া বাদ দিলোঁ। এইবাৰ মই এখন নাটক লিখিম নতুনকৈ। সেইখন কৰিবিনে?"

লগৰ আটায়ে এইবাৰ দুগুণ জোৰেৰে হাঁহি দিলে। ফুকন চাহাবে নহহাঁ-নমতাকৈ সিহঁতৰ কথা-বতৰাবোৰ শুনি আছিল। দলটোৰ ভিতৰত অনিৰুদ্ধৰ কথাতে কিছু নিষ্ঠাৰ সুৰ প্ৰকাশ পোৱা দেখি তেওঁ তাৰ ফালে চাই ক'লে, "তোমালোকে কি নাটক কৰিবা ঠিক কৰা। ঠিক কৰি মোক কাইলৈ বাতিপুৱাতে জনাবা। এতিয়া তোমালোক যোৱা। নাটক কিন্তু হবই লাগিব।"

আহোঁতে বাটত অনিৰুদ্ধই অসমীয়া নাটক এখন কৰাৰ কথাটোকে ভাবি আহিল। লগৰ আটাইকেইজনৰে কিন্তু ইচ্ছা বেলেগ। সিহঁতে বঙালী নাটক কৰিহে ভাল পায। অনিৰুদ্ধই সুধিলে, "তইঁতে বঙালী নাটক কিয় কৰ? তইঁতৰ অসমীয়া জিভাত সেইবোৰ উচ্চাৰণ ভাল নালাগে নহয়। অশুদ্ধ হয।"

"তথাপি কৰিব লাগিব। নাটকত অসমীয়া সংলাপ কৈ আমাৰ সুখ নালাগে।"

"যদি সুখ লগা নাটক এখন লিখোঁ, তইঁতে বঙালী নাটকৰ অভিনয় বাদ দিবি নে? কি হ'ল, নামাত দেখোন। ক, বাদ দিবি?"

আটায়ে হঠাৎ একেমুখে কৈ উঠিল, "অঁ, বাদ দিম। তই ভাল নাটক এখন লিখি উলিয়া। ফুকন চাহাবক সেইখনকে আমি অভিনয় কৰি দেখুৱাম।"

কথামতে কাম। অনিৰুদ্ধই ঘৰৰ দুৱাৰ-খিৰিকি বন্ধ কৰি দিনে-ৰাতি খাটি নাটক লিখিবলৈ ধৰিলে। অৱশ্যে ৰজা পঞ্চম জৰ্জৰ অভিষেক উৎসৱৰ সময়ত তাৰ নাটক সম্পূৰ্ণ হৈ নুঠিল। অভিষেক উৎসৱ

বঙালী নাটকেৰে হৈ গ'ল যদিও ইয়াৰ পিছতে অনিৰুদ্ধই তুখন নাটক সম্পূৰ্ণকৈ লিখি উলিয়ালে। সেই অঞ্চলৰ বঙালী যাত্ৰাদলৰ মানুহক গোট খুৱাই 'সনাতন সংগীত সমাজ' নামেৰে এটা অনুষ্ঠান পাতিলে। এই অনুষ্ঠানৰ জৰিয়তে নিজৰ নাটক তুখন অভিনয় কৰি ৰাইজক দেখুৱালে। নামঘৰৰ আগ চোতালত বিৰাট চন্দ্ৰতাপ তৰি মহা-পুৰুষৰ তিথিত বিপুল জনসমাবেশৰ আগত অনিৰুদ্ধই নিজেই বেহেলাৰ বেশ টানি নাটকৰ আৰম্ভণি সংগীত পৰিবেশন কৰিলে। নিশা দহ বজাৰপৰা ধলপুৱালৈকে নিমাত নিস্তব্ধ হৈ গাঁৱৰ ৰাইজে অভিনয় উপভোগ কৰা দৃশ্য দেখি তাৰ অন্তৰ আনন্দত উথলি উঠিল। নাটকৰ অভিমন্যু, উত্তৰা আৰু পঞ্চপাণ্ডৱৰ শোক-গীত সমূহৰ লগে লগে দৰ্শকৰ মাজতো কান্দোনৰ ৰোল উঠাত তাৰ অন্তৰতো যেন হাঁহি-কান্দোনৰ মিশ্ৰিত শিহৰণ উঠিল। অনিৰুদ্ধৰ নাটকেৰে 'সনাতন সংগীত সমাজে' ডিব্ৰুগড়, যোৰহাট, গুৱাহাটী, গোৱালপাৰা আৰু ধুবুৰীতো বিশেষ কৃতিত্বৰে অভিনয় প্ৰদৰ্শন কৰিলে।

কাইলৈ নিচেই পুৱাতে অভিনয়ৰ দলটো গুৱাহাটীলৈ যোৱাৰ কথা। গুৱাহাটীৰ জজ খেল পথাৰত অভিনয় হ'ব। নাটক অনিৰুদ্ধৰ যদিও সি গুৱাহাটীলৈ নাযায়। অৱশ্যে দলৰ মানুহে তাক নিবলৈ বৰকৈ ইচ্ছা কৰিছে, কিন্তু সি নাযায়। নোযোৱাৰ কাৰণটোও সি খোলাখুলিকৈ কোৱা নাই।

সন্ধিয়া সময়ত পচুলি মুখত থিয় দি অনিৰুদ্ধই গুৱাহাটীত হৰ লগা তাৰ নাটকৰ অভিনয়ৰ কথাকে ভাবি আছিল। এনেতে হঠাৎ তাৰ মায়ালৈ মনত পৰি গ'ল। কিমান দিন সি মায়াক দেখা নাই! তাই হয়তো ভাবিছে, সি তাইক একেবাৰে পাহৰি গ'ল। কিন্তু, সচা-কৈয়ে সি মায়াক পাহৰি গৈছেনে? মায়াৰ স্মৃতি তাৰ হৃদয়ৰ পৰা মচ খাই গৈছেনে? নাই নাই। তাৰ অন্তৰে যেন সজোৰে কৈ উঠিল

—সি মায়াক পাহৰি যোৱা নাই। অনিৰুদ্ধই মায়াক পাহৰি যাব নোৱাৰে।

"মইনা", বেলিবামৰ মাতত সি চক খাই উঠিল, "তই এই সন্ধিয়া সময়ত ইয়াত এনেকৈ কি কৰি আছ ?" অনিৰুদ্ধই বেলিৰামৰ মুখৰ কদমফুলীয়া চুলিখিনিলৈ চালে। কদম ফুলৰ মাজত সন্ধিয়াৰ ধূসৰ ছাঁ পৰিছে। দেউতাক ঢুকুৱাৰ পিছত অনিৰুদ্ধহঁতৰ ঘৰখন বেলিৰামৰ হুকুম-নিৰ্দেশ মতেই চলে। ·অনিৰুদ্ধকো সি হুকুম দিয়াৰ দৰে ক'লে, "আহ। ঘৰলৈ আহ। ইয়াত এনেকৈ থাকিলে বাটৰ মানুহে তোক পাগল বুলিহে ক'ব। অ' হেৰি নহয় মইনা ?"

"কি হ'ল ?"

"তোৰ চিঠি এখন আহিছিল। কবলৈকে পাহৰি আছোঁ। মই তাতে—তোৰ টেবুলতে থৈছোঁ ঘুপৰীয়া আনি। পোৱা নাই ?"

অনিৰুদ্ধই চিঠিখন পোৱা নাই। বেলিৰামক ঠাইতে এৰি থৈ সি একেকোবে তাহি তাৰ কোঠাত সোমাল। হয়। তাৰ টেবুলত চিঠি এখন পৰি আছে। মাবাৰ চিঠি। খামত লাগি থকা ডাক-মোহৰৰ তাৰিখটো চাই সি অনুমান কৰিলে—মাযাই চিঠিখন কেতিয়াবাই ডাকত দিছিল, এইখিনি পাওঁতেহে বহুত পলম হ'ল। চিঠিখন খুলি লৈ সি একে উশাহে সেইখন পঢ়িবলৈ ধৰিলে। যিমানে সি চিঠিখনৰ ভিতৰলৈ সোমাই গ'ল, সিমানে তাৰ মন দুখ, বেদনা আৰু গ্লানিৰে গধুৰ হৈ আহিবলৈ ধৰিলে। হঠাতে যেন এজাক ধুমুহা আহিল, আৰু ইমান দিনে সি নিশ্চিন্তমনে আশ্ৰয় লৈ থকা ঘৰটো তাৰ মূৰৰ ওপৰৰ পৰা উৰি গ'ল। তাৰ সকলো আশা চূৰমাৰ হৈ গ'ল। কলংকিত হ'ল তাৰ আদৰ্শ, তাৰ সাধনা। মায়াৰ চিঠিৰ প্ৰতিটো শব্দই একোপাত ধাৰাল বৰ্শা হৈ তাক যেন ক্ষত-বিক্ষত কৰি পেলালে। ফোপাই ফোপাই সি কোঠাৰ পৰা ওলাই আহিল। আহিয়েই পিৰালিতে বেলিৰামক পাই সি ক'লে, "মই কাইলৈ কাকিপুৱাতে গুৱাহাটীলৈ যাম।"

"উৱা ! তোৰ আকৌ হঠাৎ কি হ'ল ?"

"হোৱা একো নাই, বুজিছ । কিন্তু মই যাম ।"

"কিয়, তই দেখোন থিয়েটাৰ পাৰ্টিৰ লগত নাযাওঁ বুলি কৈছিলি ?"

"কৈছিলোঁ, এতিয়াও মই থিয়েটাৰ পাৰ্টিৰ লগত নাযাওঁ । অকলে যাম—কাইলৈ নিচেই পুৱাতে । তইঁতে চিন্তা নকৰিবি । মই যাম আৰু আহিম । বৰ বেছি চাৰি-পাঁচ দিনমান লাগিব ।"

"জানো, তোৰ কথাবোৰ মই আজি কালি বুজিব নোৱাৰোঁ । যি মন যায় তাকে কৰি থাক । কেৱল—এটা কথা—গাটো বচাই ফুৰিবি । অঁ । গাঁৱৰ মানুহে মোক কৈছে নহয়—পুলিচে তোক হেনো এতিয়াও এৰি দিয়া নাই ।"

"মোৰ বাবে তইঁতে চিন্তা কৰিব নালাগে । কেৱল পুলিচ আৰু পুলিচ । গুৱাহাটীত থাকিম, তাতো পুলিচ । গাঁৱত থাকিম, তাতো পুলিচ । সেইবোৰ কথা আৰু তইঁতে মোৰ আগত কৈ নাথাকিবি ।"

"অ, ভাল কথা ক'লে বেয়া পাৱ । ঠিক আছে । নকওঁ । যাবি, য'লৈকে মন যায় ত'লৈকে যাবি ।" পিছৰ ফালে বেলিৰামৰ কণ্ঠস্বৰ সেমেকি উঠিল । সি এতিয়াও অনিৰুদ্ধক সৰু ল'ৰা বুলিয়েই ভাবে, এটা সৰু ল'ৰাৰ দৰেই তাক মৰম কৰে, শাসন কৰে ।

ৰাতি একমুহূৰ্তৰ বাবেও অনিৰুদ্ধৰ চকু নাখালে । মায়াৰ চিঠিখনৰ কথাখিনি ভাবি ভাবি সি বিচনাত চাটি ফুটি কৰি থাকিল । চিঠিখনে তাৰ মনত এটা প্ৰত্যাহ্বানৰ সৃষ্টি কৰিছে । সি মায়াক কিমান ভাল পায়—তাৰ প্ৰমাণ দিবলৈকে অনিৰুদ্ধৰ মনে যেন উচপিচাবলৈ ধৰিলে । সি যে স্বাৰ্থপৰ নহয়, প্ৰৱঞ্চক নহয়, নাইৱা মায়াই অভিযোগ কৰাৰ দৰে তাৰ মন সংকীৰ্ণও নহয়—এইবোৰ কথা হিয়া উদঙাই মায়াক বুজাই দিবলৈ তাৰ মন অধীৰ হৈ উঠিল । লগতে সি এই কথাও ভাবিবলৈ ধৰিলে—যদি মায়াই তাৰ কথাত বিশ্বাস নকৰে, তেতিয়া সি কি কৰিব ? কি প্ৰমাণেৰে সি মায়াক বুজাব যে সি তাইক ভাল পায়—নিজৰ জীৱনতকৈও সি মায়াক

বেছি ভাল পায় ? কথাবোৰ ভাবি ভাবি উত্তেজনাত অধীৰ হৈ সি বিছনাত উঠি বহিল। বাত্তিপুওৱাৰ আগজাননী দি বাহিৰত এটা চৰায়ে মাত্তিবলৈ ধৰিছে। চৰাইটোৰ মাতে তাৰ মনৰ প্ৰত্যাহ্বান দুগুণে বঢ়াই তুলিলে। তাৰ গাত যেন থকৃথকৃকৈ কঁপনি উঠিল। তাৰ কোঠাৰ এচুকত পৰি থকা দাখনলৈ তাৰ চকু গ'ল। চিকচিকীয়া তীক্ষ্ণ দাখনৰ ধাৰাল ফালটোৱে তাৰ প্ৰত্যাহ্বানৰ জুইত যেন ঘিঁউহে ঢালি দিলে। তাৰ মনৰ জিদ বাঢ়ি গ'ল। এটা মুহূৰ্ত্তত অনিৰুদ্ধৰ মনটো এনেভাৱে প্ৰস্তুত হৈ উঠিল যে সি এতিয়া যি কোনো কাম কৰি দিব পাৰে। তাৰ যেন হিতাহিত জ্ঞান লোপ পাই গ'ল। ধাৰাল দাখনেৰে নিজেই নিজক শেষ কৰি দিবলৈ তাৰ মনত প্ৰবল আকাঙ্ক্ষা জন্মিল। কিন্তু পিছ মুহূৰ্ত্তে সি প্ৰকৃতিস্থ হ'ল। নাই নাই, সি আত্মহত্যা নকৰে। আত্মহত্যা দুৰ্বল মানুহৰ কাম। তেনেহলে, কি কৰিব ? তাৰ অকৃত্ৰিম ভাল পোৱাৰ প্ৰমাণ সি মায়াক কেনেকৈ দিব, কঁপি কঁপি সি দাখনৰ ফালে আগুৱাই গ'ল। দাখন হাতত তুলি লৈ তাৰ চোকা ফালটোলৈ সি থৰ লাগি বহুপৰ চাই থাকিল। তাৰ পিছত বাওঁহাতখন টেবুলৰ ওপৰত থৈ হাতৰ কনিষ্ঠ আঙুলি-টোলৈ নিৰ্ণিমেষ দৃষ্টিৰে চাই সি অকস্মাৎ সেইটো দাখনেৰে ঘাপ মাৰি কাটি পেলালে। আঙুলিটোৰ এটা পাব ছিগি গ'ল। তাৰ পৰা ধাৰাসাৰে তেজ ব'বলৈ ধৰিলে। দাখন দলি মাৰি মজিয়াত থৈ সি টেবুলৰ তেজখিনিত কলমটো জুবুৰিয়াই মাযালৈ এখন চিঠি লিখিলে। চিঠিখন লিখা শেষ কৰি সি তাৰ আঙুলিৰ ছিগা পাবটো ভালদৰে কাগজেৰে মেৰিয়াই এটা সৰু টেমাত ভৰালে। লগত চিঠিখনো সুমুৱাই ল'লে। কটা আঙুলিটোত কাপোৰ এখনেৰে গাঁঠি দি সাউৎকৈ সি কোঠাৰ পৰা ওলাই আহিল।

ঘৰৰ মানুহ কোনো উঠাই নাই। বাহিৰত সোণালী ব'দৰ খেল আৰম্ভ হৈছে। লগতে চৰাই-চিৰিকিতিৰ কোৰ্হাল। এইবোৰৰ মাজে মাজে এজন বিজয়ী খেলুৱৈৰ গৌৰৱেৰে অনিৰুদ্ধ গুৱাহাটীলৈ বুলি

বাওনা হ'ল। চোলাৰ জেপত চিঠিৰ টেমাটো জোৰে খামোচ মাৰি ধৰি সি জাহাজঘাটলৈ বেগাই খোজ দিলে।

অলপ পিছতে ঘৰৰ মানুহবোৰে সাৰ পালে। বেলিৰামে সদায় বাতিপুৱা উঠিয়েই গোহালিৰ গৰু কেইটা চায়। তাৰ পিছতহে আন কাম। আজিও শোৱাৰ পৰা উঠিয়েই সি গোহালিলৈ গ'ল। সি গৈ সোমোৱাৰ লগে লগে গোহালিৰ গৰু কেইটাই নাকেৰে অদ্ভুত শব্দ কৰিবলৈ ধৰিলে। ঘনে ঘনে নেজ কোব বলৈ ধৰিলে, কাণ মাৰিবলৈ ধৰিলে। কিবা এটা বিপদৰ ইংগিত দিবলৈকে যেন গৰুকেইটাই তেনেকুৱা কৰিছে। বেলিৰামৰ গাটো সিৰিকৃকৈ গ'ল। ছ্যাঁৎকৈ তাৰ অনিৰুদ্ধলৈ মনত পৰিল। সি আজি গুৱাহাটীলৈ যোৱাৰ কথা আছিল নহয়। গ'লেই নেকি? গোহালীৰ পৰা প্ৰায় দৌৰ মাৰি যোৱাদি সি অনিৰুদ্ধৰ কোঠা লৈ গ'ল। গৈ দেখে, অনিৰুদ্ধ বিছনাত নাই, বিছনাৰ কাষলৈ গৈ টেবুলখনৰ ফালে চাই বেলিৰামে চিঞৰ-বাখৰ লগাই দিলে। টেবুলখনত বিয়পি পৰা তেজবোৰ শুকোৱা নাই। বেলিৰামৰ গাটো জিকাৰ খাই উঠিল। অনিৰুদ্ধই এইবোৰ কি কৰিলে? তাৰ একো বিপদ হোৱা নাইতো? এইবোৰ তেজ ইয়ালৈ কেনেকৈ আহিল? বেলিৰামে ভয়ত বিচুতি খাই অনিৰুদ্ধক চিঞৰিবলৈ ধৰিলে, "মইনা। মইনা।" তাৰ চিঞৰটো বাহিৰৰ শূন্যত খুন্দা খাই পুনৰ তাৰ গালৈকে ঘূৰি আহিল। অনিৰুদ্ধ নাই। তথাপি বেলিৰামৰ চিঞৰ বাঢ়িহে গ'ল—"মইনা, মইনা। তই এইবোৰ কি কৰিলি, মইনা? কি কৰিলি? মইনা। তই গলি ক'লৈ? উস উস, হৰি হৰি। প্ৰভু কৃষ্ণ। এই বয়সত মোক এইবোৰ কি লীলা দেখুৱাইছা প্ৰভু?"

বেলিৰামৰ চিঞৰ-বাখৰ শুনি অনিৰুদ্ধৰ মাক দৌৰি আহিল। তেওঁ আহিয়েই টেবুলৰ তেজলগা দাখন দেখি চক খাই চিঞৰি দিলে, "ইস্ ভগৱান, এই সোপা দেখোন তেজ। ইয়াত কেনেকৈ লাগিল? বেলিৰাম, তই কি চাই আছ? ই—মইনা—ক'ত? ক'ৰবালৈ গ'ল নেকি?"

"হয় আই। সি বোধকৰোঁ গুৱাহাটীলৈ গ'ল।"

"তেনেহলে—এইবোৰ ইয়াত কি হ'ল ?"

"তাকেতো ধৰিব পৰা নাই।"

"ধৰিব পৰা নাই। তই ক'ত মৰিছিলি ?"

"মৰা হলেতো ভালেই আছিল আই। এইবোৰ দৃশ্য চাবলৈ জীয়াই থকাতকৈ মৰাই ভাল। দেউতাই ভালেই কৰিলে। ময়ো দেউতাৰ ওচৰলৈ যাব পৰা হ'লে ভাল আছিল।"

বেলিৰামৰ কথা শেষ হোৱাৰ লগে লগে অনিৰুদ্ধৰ মাকে হুক্-হুক্কৈ কান্দিবলৈ ধৰিলে। তেওঁৰ কান্দোনৰ শব্দৰ সৈতে এসময়ত বেলিৰামৰ উচুপনিও আহি মিলি গ'ল। মুহূৰ্তৰ ভিতৰতে ক'ৰবাৰ পৰা উৰি আহি কেইটামান মাখি টেবুলৰ তেজখিনিত পৰিল। মাখি কেইটা দেখি বেলিৰামে উচুপনি বন্ধ কৰি ক'লে, "একো জনা নাই, দেখা নাই—আন্দাজতে কান্দি থাকিলে কি হ'ব ? আই, আপুনি মিছাকৈ মনটো বেয়া নকৰিব। মইনাৰ একো হোৱা নাই। সি গুৱাহাটীলৈ যাম বুলি মোক কালি কৈছিল—লগতে আৰু কৈছিল—তাত বেছিদিন নাথাকো বুলি। বৰ বেছি চাৰি পাঁচদিন—ইয়াৰ ভিতৰতে সি ঘূৰি আহিব। আপুনি যাওক, আই। মুখ হাত ধুই চাহ-পানীৰ ব্যৱস্থা কৰক গৈ।" বেলিৰামৰ নিৰ্দেশমতে মানুহজনী চকুপানী মচি মচি কোঠাৰ পৰা ওলাই আহিল। তেজলগা দাখন বাৰীৰ পিছফালে একাষৰীয়াকৈ থৈ বেলিৰামে টেবুলৰ তেজখিনি পানীৰে ভালদৰে ধুই পৰিষ্কাৰ কৰি কোঠাত এডাল ধূপকাঠি জ্বলাই দিলে। ধূপৰ ধোঁৱাবোৰ অকাই পকাই বেৰৰ জলঙাৰে বাহিৰলৈ ওলাই আহি বাতিপুৱাৰ হালধীয়া ৰ'দৰ বুকুত মিহলি হৈ গ'ল। নঙলামুখত থিয়েটাৰ দলৰ কোনো এজনে অনিৰুদ্ধৰ নাম ধৰি হুবাৰমান মাতিলে। কাৰো মাতবোল নাপাই মানুহজন গুচি গ'ল। গুৱাহাটীলৈ বুলি এতিয়াহে থিয়েটাৰৰ দলটো যাত্ৰা কৰিব।

গুৱাহাটী পায়েই অনিকদ্ধই পোনে পোনে বিহাবাৰীৰ লুংলুঙীয়া বাটেৰে মায়াহঁতৰ ঘৰৰ পছুলিমুখ পালেগৈ। পছুলিৰ জোপোহা বকুল গছ জোপাৰ আঁৰত থিয় দি সি ক্ষন্তেক কিবা এটা ভাবিলে। সন্ধিয়া লাগি ভাগিছে। আলিবাটত মানুহৰ আহ-যাহ কমি আহিছে। যি দুই-এজন মানুহে অহাযোৱা কৰিছে, সিহঁতৰো নাক-মুখ মণিবৰ উপায় নাই। বকুল জোপাৰ আঁৰলৈ সি দুবাৰমান মায়াহঁতৰ ঘৰটোলৈ চালে, ভিতৰত মানুহ আছে নে নাই, আৰু যদি আছে কোন আছে নিৰীক্ষণ কৰিলে। ঘৰটো নিজম পৰি আছে। বোধহয় ভিতৰত মানুহৰ সংখ্যা কম। সি বুকুত সাহ বান্ধি পছুলি পাৰ হৈ লাহে লাহে গৈ ঘৰটোৰ বাৰান্দাত উঠিল। বাৰান্দাৰ কাষৰ কোঠালীটোৰ বন্ধ দুৱাৰখনৰ ফালে সি আগুৱাই গ'ল। তাৰ বাওঁহাতখন চোলাৰ জেপৰ ভিতৰত, সোঁহাতখন বাহিৰত। সোঁহাতত তাৰ কটা আঙুলি আৰু চিঠিৰ টেমা। টেমাটো জেপত ভৰাই থৈ সি সোহাঁতৰ আঙু-লিৰে দুৱাৰত টুকুৰিযাই দিলে। লগে লগে ঘৰৰ ভিতৰত কাৰোবাৰ খোজৰ শব্দ শুনা গ'ল। অলপ পিছতে দুৱাৰখন খুলি গ'ল। সি যেন নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে। তাৰ সন্মুখত সেইজনী মায়া—। আউলি বাউলী চুলি, কান্দি কান্দি উখহা চকু আৰু নিস্তেজ নিৰুত্তাপ চাৱনিৰে মায়াই থৰ লাগি তাৰ ফালে বহুপৰ চাই থাকিল। শেষত নীৰৱতা ভংগ কৰি সি মাত লগালে, "মায়া, তুমি—"

মায়াৰ চকু-মুখত অভিমান আৰু খঙৰ চিন ফুটি উঠিল। নিজকে কোৱাৰ দৰে তাই ক'লে, "আজি কেনেবাকৈ মনত পৰিল। ভাবি-ছিলো, মোক তুমি পাহৰিয়েই গ'লা।"

"তোমাক মই পাহৰা নাই, মায়া। পাহৰিব নোৱাৰোঁ।"

"মোৰ চকুলৈ চাই ইমান মিছা কথা এটা তুমি কেনেকৈ ক'ব পাৰিলা? মই জানো। মই সকলো গম পাইছোঁ।"

"ছিঃ ছিঃ, তুমি কি কথাবোৰ কৈছা মায়া। কি গম পাইছা তুমি?"

"গম পাইছোঁ—তুমি মোক ঘিণ কৰা।"

"মায়া!"

"তুমি মোক, মোৰ মা-দেউতাক, আমাৰ কলিকতাৰ মানুহ-বোৰক ঘিণ কৰা।"

"মায়া!"

"তোমাৰ মনটো খুব ঠেক। তুমি স্বাৰ্থপৰ, প্ৰবঞ্চক, তুমি—" কথাখিনি কৈ কৈ মায়াই কান্দি দিলে। কান্দি তাই আকৌ সুধিলে, "মোৰ চিঠিখন পাইছিলা— ?"

"ওঁ পাইছিলোঁ।"

"উত্তৰ ?"

"উত্তৰ—উত্তৰ" অনিৰুদ্ধৰ মন ভীষণ গ্লানিৰে ভৰি পৰিল। বেদনাত জৰ্জৰিত হৈ সোঁহাতখনেৰে সি জেপত থকা টেমাটোত খামুচি ধৰিলে।

খং আৰু কান্দোন মিহলি মাতেৰে মায়াই ক'লে, "দিয়া। উত্তৰ দিয়া।" একে আঁজোৰে জেপৰ পৰা টেমাটো উলিযাই আনি সি মায়াৰ হাতত দিলে, "লোৱা। ইয়াতে তোমাৰ চিঠিৰ উত্তৰ আছে। লোৱা।" কথাখিনি কৈ সি আৰু এক মুহূৰ্তও তাত নৰ'ল। মায়াৰ ফালে নোচোৱাকৈয়ে সি গুচি আহিল।

অনিৰুদ্ধ গুচি যোৱাৰ পিছলৈকে আলিবাটৰ আন্ধাৰৰ ফালে মায়াই নিষ্পলক দৃষ্টিৰে চাই থাকিল। এটা সময়ত সি যেতিয়া আন্ধাৰত অদৃশ্য হৈ গ'ল, তেতিয়া তাই দুৱাৰদলিৰ পৰা নিজৰ কোঠালৈ আহিল। আহিয়েই তাই অনিৰুদ্ধই দি যোৱা টেমাটো খুলিলে। টেমাটোৰ ভিতৰৰ পৰা কাগজ খিলা উলিয়াই আনি তাই একে উশাহে চিঠিখন পঢ়ি শেষ কৰিলে।. বুকু ভাঙি ওলাই অহা কান্দোনটো জোৰেৰে বন্ধ কৰি তাই বিছনাত বাগৰি চটফটাবলৈ ধৰিলে।

কাইলৈ মায়াহঁতৰ গোটেই পৰিয়ালটো কলিকতালৈ যাব। কলি-

কতাৰ পুৰণি ঘৰত মায়াৰ বহুতো আত্মীয় লোক আছে। তেওঁলোক আটাইৰে ইচ্ছা মায়াৰ বিয়াখন চোৱা। কলিকতাৰ এজন ধনী ব্যবসায়ী যুৱকৰ সৈতে মায়াৰ বিয়াৰ বন্দোবস্ত হৈছে। গোপাল দাসে তলে তলে সকলো ব্যৱস্থা পকা কৰি পেলাইছে। কথাটো অনিৰুদ্ধই নাজানে। মায়ায়ো তাক কোৱাৰ কোনো প্ৰয়োজন অনুভৱ নকৰিলে। অনিৰুদ্ধক এৰি তাই যে নতুন যুৱকজনৰ সৈতে সংসাৰ কৰিব পাৰিব— সুখী হব পাৰিব—এইটো আশা তাই কৰা নাই। তাইৰ মনত এতিয়া একো আশা নাই। তাইৰ সকলো আশা-আকাঙ্ক্ষা অনিৰুদ্ধৰ জগতে ধূলিস্মাৎ হৈ গৈছে। এতিয়াহে তাই উপলব্ধি কৰিছে— অনিৰুদ্ধৰ খুড়ায়েক বেণুৰ সৈতে তাইৰ আকাশ-পাতাল প্ৰভেদ। বেণুৰ দৰে মায়াই সাহস আৰু ধৈৰ্যৰে জীৱনৰ দুখ-দুৰ্দশাৰ মুখামুখি হব নোৱাৰে, নাইৱা, কঠোৰ বাস্তৱৰ সৈতে মুখামুখি হোৱাৰ ভয়ত পিছুৱাই যাবও নোৱাৰে। মায়াৰ বাবে অনিৰুদ্ধ এতিয়া মাথোন এটা স্বপ্ন, এটা সীমাহীন কল্পনা। মায়াৰ অতীতৰ সৌৰৱণী আজি নিষ্প্ৰাণ, নিৰুত্তাপ, কিন্তু বেণুৰ অতীত আজি জাগ্ৰত বৰ্তমান—প্ৰচণ্ড দুৰ্বাৰ। প্ৰবল প্ৰতাপী পিতৃ গোপাল দাসৰ ইচ্ছাৰ বিৰুদ্ধে গৈ নতুন কিবা এটা কৰাৰ সাহস মায়াৰ নাই। গোপাল দাসৰ ইচ্ছাৰ কবলত পৰি তাইৰ সকলো আশা-আকাঙ্ক্ষা চুৰমাৰ হৈ গ'লেও নীৰৱে চকু পানী মচি মচি সকলো সহি থকাৰ বাহিৰে তাই আন একো কৰিব নোৱাৰে।

আন্ধাৰে আন্ধাৰে গৈ অনিৰুদ্ধ এটা সময়ত নাট্য সমাজৰ ভাগি ছিগি যোৱা ঘৰটোৰ সন্মুখত উপস্থিত হ'ল। ঘৰটোৰ ধ্বংসাৱশেষ দেখি তাৰ মনলৈ পাৰ হৈ যোৱা দিনবোৰৰ অসংখ্য স্মৃতি লানি পাতি

আছিল, লানি পাত্তি পাৰ হৈ গ'ল। হঠাতে যেন তাৰ কাণত বাজি উঠিল মায়াৰ তানপুৰাৰ মোহনীয় সুৰ।

নাট্য সমাজৰ কাষেদি যোৱা সুৰুকীয়া বাটটোত খোজ দিয়াৰ লগে লগে তাৰ অনুভৱ হ'ল—সি যেন এখন অচিনাকি জগততহে ভৰি দিছে। খুড়াকৰ ঘৰৰ নঙলামুখত থিয় দিযাৰ লগে লগে তাৰ চকু থৰ হৈ গ'ল। নঙলামুখত লোহাৰ দুৱাৰ, কাষতে এখ খুটি এটাত এখন ছাইনবোৰ্ড। আগৰ খেৰৰ জুপুৰী ঘৰটো সলনি হৈ গৈছে। নঙলাৰ পৰা ভিতৰলৈ জুমি চাই অনিৰুদ্ধৰ মন আবেগ বিহ্বল হৈ উঠিল। হাঁহি ধেমালিৰে নাচি—জপিযাই থকা এবাহ ল'ৰা-ছোৱালীৰ মাজে মাজে সমান আনন্দেৰে তাৰ খুড়ীয়েক ৰেণু ঘূৰি ফুৰা অনিৰুদ্ধৰ চকুত পৰিল। সি যেন নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰিলে। আজি বহুত দিনৰ মূৰত সি খুড়ীযেকৰ মুখত হাঁহি দেখা পালে। সি সেই ফালে থৰ লাগি চাই থাকোতে কোনোবা চেগত এজন মানুহ তাৰ কাষেদি পাৰ হৈ গৈ ঘৰটোত সোমাল। মানুহজনৰ খোজ-কাটল আৰু পোছাক-পাতিৰ পৰা অনিৰুদ্ধই অনুমান কৰিলে—সেইজন বৰদলৈ। তাক বোধহয় নেদেখিলেই। অনিৰুদ্ধই বুজি পালে —বৰদলৈ উকীলেই তাৰ খুড়ীযেকক এই সংস্থান দিছে। অনিৰুদ্ধই কৰিব নোৱাৰা কাম এটা বৰদলৈয়ে কৰিছে। একালে আত্মগ্লানি, আনফালে বৰদলৈৰ প্ৰতি শ্ৰদ্ধা—এই দুই বিপৰীত অনুভূতিৰ টনা-আঁজোৰাত অনিৰুদ্ধ অস্থিৰ হৈ উঠিল।

সি লাহে লাহে লোহাৰ গেটখনৰ কাষৰ পৰা আঁতৰি গুচি আহিল।

অনিৰুদ্ধ গুৱাহাটীলৈ আহিবৰ দিনাই গাঁৱৰ ঘৰত উপৰাউপৰিকৈ আৰু এটা হুলস্থুল লাগিল। যেলিবামে গৰু-গাই মেলি আহিয়েই

দেখিলে চোতালত পুলিচ। পুলিচক হেনো কোনোবাই খবৰ দিছে যে অনিৰুদ্ধই ঘৰত বন্দুক বাৰুদ লুকুৱাই ৰাখিছে। ঘৰৰ ভিতৰৰ সকলো খানাতালাচ কৰি একো নাপাই পুলিচে শেষত অনিৰুদ্ধহঁতৰ ঘৰৰ চোতাল আৰু ভেটি পৰ্যন্ত খান্দি চালে। একো নাপালে। যাবৰ সময়ত পুলিচৰ দলটোৱে অনিৰুদ্ধৰ গীত—কবিতাৰ পাণ্ডুলিপি কেইখন লগত লৈ গ'ল।

গুৱাহাটীৰ পৰা চাৰিদিনৰ মূৰত গাঁৱলৈ ঘূৰি আহি অনিৰুদ্ধই পুলিচ অহা কথাটো শুনিলে। এতিয়াও পুলিচৰ সন্দেহ তাৰ প্ৰতি থকাত সি ভিতৰি ভিতৰি ক্ষুণ্ণ হ'ল। আজি বহুদিন ধৰি সি সন্ত্ৰাসবাদী দলৰ পৰা আঁতৰি আছে। এনেকৈ থাকোতে থাকোতে তাৰ মনৰ গতিও লাহে লাহে সলনি হবলৈ ধৰিছে। ধ্বংসৰ সলনি সৃষ্টিৰ প্ৰতি তাৰ মন ঢাল খাবলৈ ধৰিছে। তথাপি, পুলিচৰ চকু তাৰ ওপৰত কিয়? কিয় সি প্ৰমাণ কৰিব পৰা নাই যে সি তাহানিৰ ল'ৰা-ধেমালিবোৰ কেতিয়াবাই পৰিত্যাগ কৰিছে? কথাটো প্ৰমাণ কৰি সদৰি কৰিবলৈ তাৰ মনত প্ৰবল হেঁপাহ জন্মিল।

এদিন সন্ধিয়া অনিৰুদ্ধই ঘৰৰ পিছফালে এনেয়ে কিবা ভাবি থিয় দি থাকোতে হঠাৎ বেলিৰামে উধাতু খাই দৌৰি আহি তাক ক'লে, "মইনা, তই শুনিছ নে নাই হেঁা?"

"কি শুনাৰ কথা কৈছ?"

"কথা গুৰুতৰ।"

"হুঁ।"

"অঁ, কথা গুৰুতৰ। ক'ৰবাত হেনো যুদ্ধ লাগিছে। বৰ ডাঙৰ যুদ্ধ। মই দোকানলৈ যাওঁতে মানুহবোৰে কোৱা-মেলা কৰা শুনি আহিছোঁ। খবৰ কাকততো হেনো ওলাইছে।"

"যুদ্ধ লাগিল, তাতে ইমানকৈ উধাতু খাবলৈ তোক কিহে পালে?"

"মোৰ খুব ভয় লাগিছে। অ' মইনা। আগৰ দিনত ৰজা-মহাৰজাৰ দিনৰ যুদ্ধবোৰ বেলেগ আছিল। সেইবোৰ যুদ্ধ লাগিছিল

দুই দেশৰ সীমাত, যুদ্ধৰ সৈন্য যিফালে যায সেই ফালেহে যুদ্ধখন লাগি গৈছিল। কিন্তু, শুনিবলৈ পাইছোঁ, আজি কালিৰ যুদ্ধবোৰ হেনো বৰ ভয়ংকৰ হ'ল। গাওঁ-ভুঁই, হাট-বজাৰ, খেতি পথাৰ সকলোতে যুদ্ধ লাগে। মইনা অঁ'। মোৰ বৰ ভয় লাগিছে। যুদ্ধখন আমাৰ এইফালে আহিলে তই আমাক এৰি কলৈকো নাযাবি দেই।"

বেলিৰামৰ কথাখিনিয়ে অনিৰুদ্ধৰ গা-মন জোকাৰি দিলে। যুদ্ধ লগাৰ খবৰটো সি বেলিৰামতকৈ আগতে পাইছে। লগতে এই খবৰো পাইছে যে যুদ্ধত ইংলেণ্ডৰ সহযোগী হিচাপে যুঁজিবলৈ ইচ্ছুক ভাৰতীয় সকলৰ প্ৰতি দিল্লীৰ বৰলাটে এক আহ্বান জনাইছে। এই আহ্বান কলিকতা আৰু ডিব্ৰুগড়ৰ কাকতত ছপা হৈছে। এনাৰ্কিষ্ট আখ্যাৰ পৰা হাত সাৰিবলৈ অনিৰুদ্ধই এটা সুযোগ বিচাৰিযেই আছিল। গতিকে, এই অজুহাতত সি বৰলাটলৈ এখন চিঠি লেখিলে –যুদ্ধলৈ যাবৰ ইচ্ছা প্ৰকাশ কৰি। সেই চিঠিৰ প্ৰতিলিপি খবৰ কাকততো ওলাল। পোন্ধৰ দিনমানৰ পিছত তাৰ চিঠিখনৰ উত্তৰ আহিল। দিল্লীৰ বৰলাট হাৰ্ডিঞ্জ চাহাবৰ চহী থকা চিঠিখন সি পুলিচৰ উচ্চপদস্থ বিষয়া আৰু অন্যান্য বহু লোকক দেখুৱাই এনাৰ্কিষ্ট আখ্যাৰ পৰা অব্যাহতি ল'লে।

অনিৰুদ্ধই প্ৰতিষ্ঠা কৰা থিয়েটাৰৰ দলটোৱে সম্পূৰ্ণৰূপে প্ৰতিষ্ঠা আৰু খ্যাতি লাভ কৰাৰ পিছত নতুন কিবা এটা কৰিবলৈ তাৰ মনে উচ-পিচাবলৈ ধৰিলে। ঘৰতে বহি থাকি তাৰ আমনি লাগিল। ক'লৈ যাব,, কি কৰিব সি ভাবি নোপোৱা হ'ল। তাৰ বাবে মাক আৰু বেলিৰামো চিন্তিত হোৱা সি অনুমান কৰিলে। এদিনতো বেলিৰামে তাক কৈয়েই পেলালে, "মইনা, ইমানটো মস্ত মানুহ এটা

হৈ তই এনেদৰে ঘৰতে বহি থাকিবিনে ? কিবা এটা কৰ। পঢ়া-শুনা কৰিব নোৱাৰিলি বুলি তই আন একোকে কৰিব নোৱাৰিবিনে ?"

"ময়ো তাকে ভাবিছোঁ।" হঠাতে মাকে আহি মাত লগালে, "মইনা, তই আৰু এনেকৈ কিমান দিন থাকিবি। কিবা এটা কৰ।"

"তুমি চিন্তা নকৰিবা আই, মই আৰু বেছি দিন এনেকৈ বহি নাথাকো। মই কিবা এটা কৰিম।" অলপ সময় তলকা মাৰি থাকি সি পুনৰ ক'লে, "মই ডিব্ৰুগড়লৈ যাম।"

"ডিব্ৰুগড়লৈ যাবি ? তাত গৈ কি কৰিবি ?" মাকে সুধিলে। মাকৰ কথাত বেলিৰামেও যোগ দিলে, "তই ইযাতে কৰিবলৈ কাম নাপালি, আকৌ ডিব্ৰুগড়ত গৈ কাম পাবি। হৈছে বোপাই। সেই-বোৰ ভেকো-ভাওনা পাতি আমাক আকৌ চিন্তাত পেলাব নালাগে।"

"তইঁতে চাই থাকচোন। মই বহুত কাম কৰিম। মোৰ কৰিবলগা বহুত কাম বাকী আছে।"

"থ থ। তাতকৈ তই ঘৰতে থাক।" বেলিৰামে শাসনৰ সুৰত ক'লে।

কিন্তু মাক আৰু বেলিৰামে হকাবধা কৰা সত্বেও অনিৰুদ্ধ ঘৰত নাথাকিল। সি লিখা কবিতাৰ কাগজসোপা মুৰা কৰি লৈ সি এদিন ডিব্ৰুগড়লৈ গ'ল। ডিব্ৰুগড়ত গৈ সি গানৰ শিক্ষকতা কৰিবলৈ ল'লে। নিজে লিখি সুৰ সংযোজন কৰা গীত কিছুমান অনিৰুদ্ধই ডিব্ৰুগড়ৰ সভা-সমিতিতো গালে, আনকো শিকালে। এনেদৰে গান শিকাই পোৱা পইছাৰে সি ডিব্ৰুগড়ৰ বেলৱে প্ৰেছত এখন কবিতাৰ কিতাপ ছপাই উলিয়ালে।

কিতাপখন সি নিজে মানুহৰ ঘৰে ঘৰে বিক্ৰি কৰিলে। কিতাপ-খনে তালৈ কঢ়িয়াই আনিলে স্বীকৃতি আৰু প্ৰশংসা। তথাপি অনি-ৰুদ্ধৰ মন অস্থিৰ হৈয়ে থাকিল। সি যেন কৰিব খোজা কামটো আজিও কৰিব পৰা নাই, তাহানিতে কৰা অংগীকাৰ পালন কৰিব

পৰা নাই—। এনে এক অপৰাধবোধৰ তাডনাত সি অনাই বনাই ঘূৰি ফুৰিবলৈ ধৰিলে। ডিব্রুগডত থাকিও তাৰ ভাল নলগা হ'ল।

বাতিপুৱাৰ খবৰ কাগজখন চাই থাকোতে হঠাৎ এটা খবৰ তাৰ চকুত পৰিল। ছাত্র সম্মিলন নামৰ এটা নতুন অনুষ্ঠানৰ খবৰ। গুৱাহাটীৰ ইউনিয়ন ফিল্ডত এই সম্মিলনৰ প্রথম অধিবেশন বহিব। এই সুযোগতে ডিব্রুগড এৰিব পাৰিব বুলি তাৰ মন আনন্দত নাচি উঠিল। কাগজখন পঢ়ি আঁতাই একাষৰীয়া কৈ থব খোজোতেই তাৰ ঘপকৈ মনত পৰিল কালিয়েই আহি টেবুলত নোখোলাকৈ পৰি থকা চিঠিখনৰ কথা। সি খপ্‌জপ্‌কৈ চিঠিখন খুলি ল'লে। নিমন্ত্রণী চিঠি। ছাত্র সম্মিলনৰ অধিবেশনৰ উদ্বোধনী গীত গাবলৈ তাক অনুৰোধ জনাই লিখা চিঠি। চিঠিখনে তাৰ মনৰ উচাহ দুগুণে বঢাই তুলিলে। কবিতাৰ কিতাপ বেচি পোৱা পইচা কেইটামান তাৰ লগত আছিল। সেই কেইটাকে সাৰথি কৰি সি গুৱাহাটী পালেহি।

গুৱাহাটী পাযেই সি খুডীয়েকৰ শিশু-কেন্দ্রলৈ গ'ল। পদুলি মুখৰ পৰাই সি চিঞৰি খুডীয়েকক মাতিলে, "খুডীদেউ, খুডীদেউ।" এবাহ ল'ৰা-ছোৱালীৰ কলকলনি আৰু বিশৃংখল হাঁহি-খিকিন্দালিকো তল পেলাই তাৰ মাতটো গৈ খুডীযেকৰ কাণত পৰিল। তেওঁ এক প্রকাৰ দৌৰি অহাৰ দৰে ঘৰৰ বাৰান্দালৈ ওলাই আহিল।

"মইনা, তই ক'ৰ পৰা ওলালিহি ?" খুডীয়েকৰ হাঁহি ভৰা মুখখন অনিৰুদ্ধৰ গাৰ ফালে আগুৱাই আহিল, "তই ডিব্রুগডত থকা বুলিহে শুনিছিলো। আকৌ দেখোন গুৱাহাটী পালিহি।"

"ডিব্রুগডত থাকিলো বহু দিন। কিজানি তিনিবছৰ মানেই হ'ল। এতিয়া আৰু তাত থাকি ভাল নলগা হ'ল। আপুনি জানেই খুডীদেউ, মই কোনো এঠাইতে বেছিদিন থাকিব নোৱাৰো।" কথাখিনি কৈ সি সামান্যভাৱে হাঁহিলে। ৰেণুৰ ওঁঠতো হাঁহিৰ ৰেখা ফুটি উঠিল, "পিছে, তই গুৱাহাটীলৈ আহিলি কিয় ?"

"কিয় খুডীদেউ, মই গুৱাহাটীত থাকিলে আপুনি বেয়া পায নেকি ?"

ৰেণুৱে দীঘল হুমুনিয়াহ এটা এৰি দিলে। তাৰ পিছত বিষণ্ণ মাতেৰে ক'লে, "নহয় অ' মইনা।" মানুহজনীৰ মাতটো যেন লাহে লাহে সেমেকি উঠিল, "তোক দেখিলে মোৰ বহুত পুৰণি কথা মনত পৰি যায়। মোৰেই কিবা দোষ কিজানি—মই দেখোন কাকো মোৰ ওচৰত ধৰি ৰাখিব নোৱাৰোঁ। খুড়াৰ গুচি গ'ল। তয়ো গ'লি। কথা-বোৰ ভাবিলে মই অস্থিৰ হৈ পৰোঁ। তই এতিয়া আৰু গুৱাহাটীত নাথাকিবি, মইনা। তযো ক'ৰবালৈ—দূৰলৈ—গুচি যাগৈ।" গভীৰ বেদনা আৰু গ্লানিভৰা কণ্ঠেৰে কথাখিনি কৈ ৰেণু ঘৰৰ ভিতৰ লৈ সোমাই গ'ল। অনিৰুদ্ধ ঠাইতে কিছুপৰ থিয় দি থাকিল। ভিতৰৰ পৰা ৰেণুৰ হুকুহুক্ কান্দোনৰ শব্দ আহি তাৰ কাণত পৰিল। ক্ষন্তেক পিছতে ল'ৰা-ছোৱালীবোৰৰ চিঞৰ-বাখৰে তেওঁৰ কান্দোনৰ শব্দ তল পেলাই দিলে। লাহে লাহে বাৰান্দাৰ পৰা নামি আহি অনিৰুদ্ধ ঘাই আলিত উঠিল।

ৰাতিপুৱা আঠ বজাতেই অনিৰুদ্ধই বৰগীত গাই সম্মিলনৰ অধিবেশন মুকলি কৰিলে। তাৰ মাতটো ডাঙৰ বাবে বৰগীতৰ সুৰ ইউনিয়ন ফিল্ডৰ পৰা পাণবজাৰলৈকে বজন জনাই গ'ল। গীত গাই থাকোতে পাণবজাৰৰ ফালৰ পৰা বহুত মানুহ সভাস্থলীলৈ দৌৰি অহা সি দেখা পালে। তাৰ মন আনন্দত উথলি উঠিল। যিজন অনিৰুদ্ধই এসময়ত গুৱাহাটীৰ আলিত দিনতে ওলাব নোৱাৰিছিল, মুকলি মূৰীয়াকৈ দিনে পোহৰে এপাক ঘূৰিবত নোৱাৰিছিল, সেই জন অনিৰুদ্ধই এতিয়া গুৱাহাটীৰ ৰাজহুৱা সভাত উদাত্ত কণ্ঠেৰে গীত গাব পৰা হৈছে, গীত গাই মানুহৰ মন আকৰ্ষিত কৰিব পাৰিছে—ভাবিলে সপোন যেন লাগে। তাৰ গীতৰ তালে তালে অধিবেশনৰ সভাপতিয়ে মূৰটো লৰাই থকা দৃশ্যটো দেখি তাৰ মনৰ উচাহ দুগুণে বাঢ়ি গ'ল।

"বেলিৰাম,"

"কি হ'ল আই,"

"ইয়াৰ—মইনাৰ—তই কিবা খবৰ পাইছনেকি ?"

"খবৰ তেনেকৈ একো পোৱা নাই, কিন্তু—"

"সি ক'ত আছে এতিয়া ? ডিব্রুগড়ত নে গুৱাহাটীত ?"

থিয়েটাৰ পাৰ্টিৰ মানুহ এজনক সিদিনা গধূলি হাটত লগ পাইছিলোঁ—।

"কি হ'ল মানুহজনে ? তেওঁ তাক ক'ৰবাত লগ পাইছিল নেকি ?"

"পাইছিল। ক'লে বোলে সি—মানে মইনাৰ কথা কৈছোঁ—সি হেনো এতিয়া গুৱাহাটীতে আছে।"

"গুৱাহাটীতে আছে। গুৱাহাটীৰ কোনখিনিত আছে, কাৰ ঘৰত আছে ?"

"সেইটো তেওঁ সঠিককৈ ক'ব নোৱাৰিলে। কিন্তু হওঁতে এটা কথা তেওঁ কৈছিল কোনোবা বোলে চৌধুৰী ডাক্তৰ—তেওঁৰ ঘৰতে সি আছে।"

"চৌধুৰী ডাক্ত—ৰ," ঘপকৈ মানুহজনীৰ যেন কিবা এটা মনত পৰিল। বেলিৰামৰ ফালে পোনে পোনে চাই তেওঁ ক'লে, "ৰামকৃষ্ণ চৌধুৰী হব পায়। তেখেত আমাৰ এই গাঁৱৰে মানুহ। অঁ, সি যদি তেখেতৰ ঘৰতে আছে, তেনে হলে থাকক। চৌধুৰী ডাক্তৰ ভাল মানুহ।"

"তাৰ বাবে এতিয়া আৰু আপুনি আগৰদৰে চিন্তা কৰি নাথাকিব, আই। সিতো এতিয়া সৰু ল'ৰা নহয়। তাৰ বয়সত মই দেখোন এই গোটেইখন ঘৰ কান্ধত তুলি লৈছিলোঁ।"

"তই ঠিকেই কৈছ, কিন্তু সি বৰ এটা চেকা স্বভাৱৰ—তই দেখোন জানই। যিটো কৰিবৰ মন যায়, সি তাকে কৰে। কাৰো কথা নুশুনে। ইমান ক'লো তাক, তই বিয়াখন পাত। এনেকৈ আৰু কিমান দিন থাকিবি।"

"অঁতো, এনেকৈ লঠামুৰা হৈ ঘূৰি ফুৰিলে হ'বনে ?"

"নাই শুগুনে। দেউতাক থকা হ'লে তাক ভাবি ধমক দি সৈমান কৰালেহেঁতেন।"

দুয়োৰো কথা-বতৰা যেন হঠাতে সেমেকি আহিল। এটা সময়ত দুয়ো নীৰব হৈ গ'ল। শিলৰ দৰে নীৰব আৰু নিশ্চল হৈ দুয়ো বহি থাকিল। নামঘৰৰ পৰা ভোৰতালৰ শব্দ আহি বেলিবামৰ কাণত পৰিল। তাৰ মুখৰ ভিতৰলৈও এফাকি পদ আপোনা-আপুনি উঠি আহিল। পাগ লগা তামোলৰ দৰে পদফাকি বহু পৰলৈ সি মুখৰ ভিতৰতে পাগুলি থাকিল। অনিৰুদ্ধৰ মাকৰ মনত পৰিল থাপনা খনলৈ। অজ্ঞাতসাৰে তেওঁ বেলিবামৰ কাষৰ পৰা উঠি থাপনাখনৰ কালে আগুৱাই গ'ল। চাকি গছত তেল অলপ দি তেওঁ সেইটো জ্বলাই দিলে। গাৰ চাদৰৰ আঁচল এটা টানি খোপাৰ ওচৰলৈ আনি তেওঁ থাপনাখনৰ সন্মুখত আঠু ল'লে। চকু দুটা মুদি দিয়াৰ লগে লগে তেওঁৰ মনত ভাঁহি উঠিল কলীয়া গোঁসাইৰ চিক-মিকীয়া চকুযুৰি, দুষ্ট গোঁসায়ে যেন লুকাই লুকাই মানুহজনীক শাস্তি দি বং চাইছে। তেওঁ মুখৰ ভিতৰতে কিবা কিবি বিৰ্‌বিৰ্‌ কৰিলে। কি ক'লে তেওঁ নিজেই বুজিব নোৱাৰিলে। থাপনাৰ সন্মুখৰ চেঁচা মাটিৰ পৰা কপালখন দাঙিবৰ আগে আগে অনিৰুদ্ধৰ মুখখন তেওঁৰ মনত ভাঁহি উঠিল। কলীয়া গোঁসায়ে এই একেটা দুষ্ট চাৱনিৰে তালৈও চাই আছে বুলি ভাবি মানুহজনীৰ বুকুখন মোচোকা খাই গ'ল। গোঁসাইৰ হাতে-ভৰিয়ে ধৰি কাওঁ-বাওঁকৈ কিবা এটা প্ৰাৰ্থনা কৰিবৰ সময়ত তেওঁৰ আজিকালি প্ৰায় তেনে কুৱা হয়। সেওঁতাত সেন্দুৰ আৰু কপালত ৰঙা ফোঁট থকালৈকে থাপনাৰ সন্মুখত তেওঁ ইমান দুৰ্বল, ইমান আতংক অনুভৱ কৰা নাছিল। আজিকালি অনবৰত কিবা এটা দুৰ্বলতাই, কিবা এটা আতংকই তেওঁৰ মন আচ্ছন্ন কৰি ৰাখে। ৰাতি দোভাগৰ কথাই নাই, দিন দুপৰতো কথাটো ভাবিলে তেওঁৰ গা মন শিয়ৰি উঠে। কলীয়া

গোঁসাইৰ সেই ৰহস্যময়, কুটিল চাৰিনিটোৰ ভিতৰতে যেন কিবা এটা লুকাই আছে—এইখন ঘৰৰ ভৱিষ্যত অৱস্থাৰ কথা, অনিৰুদ্ধৰ জীৱনৰ পৰিণতিৰ কথা—সকলোবোৰ যেন ইয়াৰ ভিতৰতে লুকাই আছে।

তাৰ জীৱনৰ পৰিণতি কেনে হ'ব সেইকথা অনুমান কৰিব্ নোৱাৰিলেও অনিৰুদ্ধই এটা কথা ভালদৰে অনুভৱ কৰিছে যে তাৰ জীৱনৰ বাট কাঁইটীয়া হ'ব, বিপদসংকুল হ'ব, আৰু সেই বাটত তাৰ জীৱনৰ গতি হ'ব দুৰ্বাৰ, সময়ে সময়ে মৃদুমন্দ, ঠিক তাৰ কবিতাৰ শব্দবোৰৰ দৰে, শব্দৰ আঁৰত লুকাই থকা ছন্দৰ দৰে। সি আৰু অনু-ভৱ কৰিছে ৰৰদলৈ উকীলে তাহানিতে কোৱা কথাষাৰৰ মৰ্ম। সেই কথাষাৰৰ পৰাই আৰু বহুত কথাৰ জন্ম হৈছে তাৰ মনৰ মাজত। ভাৰতৰ সকলো জাতিৰ লগতে অসমীয়া জাতিকো পৰাধীনতাৰ গ্লানিৰ পৰা মুক্ত কৰিবলৈ হ'লে জাতিটোৰ চেতনা জাগ্ৰত কৰিব লাগিব। একালৰ বুৰঞ্জীপ্ৰসিদ্ধ বীৰ আৰু বীৰাঙ্গনাৰ জন্মভূমি অসমৰ মানুহৰ কলা ঘুমটি আৰু কৰ্মবিমুখতা আঁতৰ কৰিব লাগিব। অসমৰ গাঁৱে-ভূঞে ঘূৰি বানপানী, মহামাৰী আক্ৰান্ত দুৰ্গত লোকক সাহায্য কৰি, থিয়েটাৰ পাৰ্টিৰ লগত শদিয়াৰ পৰা ধুবুৰীলৈকে ঘূৰি ফুৰি, আছাম এছোছিয়েশ্যন, ছাত্ৰ সম্মিলন আদিত গীত পৰিবেশন কৰি অনিৰুদ্ধই বুজি পাইছে অসমীয়া মানুহে মনপুতি কাম কৰাৰ সময় কেতিয়াবাই আহিল।

কথাবোৰ ভাবি ভাবি এক অস্থিৰ যন্ত্ৰণাত অধীৰ হৈ অনিৰুদ্ধ অজ্ঞাতসাৰে গৈ ডাক্তৰ চৌধুৰীৰ বিছনাৰ কাষত থিয় হ'ল। ডাক্তৰ চৌধুৰীয়ে বিছনাতে শুই শুই বাতৰি কাকত চাই আছিল। 'টাইমছ অৱ আছাম' আৰু কিবা এখন কলিকতাৰ কাকত। অনিৰুদ্ধ গৈ কাষত থিয় হোৱাৰ লগে লগে তেওঁ লাহেকৈ বিছনাত উঠি বহিল। আৰু হাতৰ পৰা বাতৰি কাকতখন সন্মুখৰ টেবুলখনত থলে।

"বহা, বহা অনিৰুদ্ধ'। থিয় হৈ আছা কিয়?" ডাক্তৰ চৌধুৰীয়ে বিছনাৰ একাষলৈ আঙুলিয়াই দি ক'লে, "ইয়াতে বহা। অঁ।"

"হব বাৰু। দাদা, এটা কথা সুধিব খুজিছো আপোনাক।"

"সোধা। সেইটো আকৌ কিবা অনুমতি ল'ব লগা কথা হ'ল নে? সোধা।"

"মই গুৱাহাটীত কিবা এটা কাম কৰিব খুজিছোঁ।" ডাক্তৰ চৌধুৰীয়ে হোহোৱাই হাঁহি ক'লে, "সেইটো কথা। মই আকৌ ভাবিছিলোঁ, তুমি কিজানি মোৰ ইয়াৰ পৰাই ক'ৰবালৈ যাব ওলালা। তোমাৰ স্বভাৱটো মই ধৰিব পাৰো নহয়। তুমিতো একে ঠাইতে থিতাপি লাগি থাকিব নোৱাৰা। ইমান দিনে তুমি যিমান বাট খোজ কাঢ়িলা, সেইখিনি বাট পোনাই দিয়া হ'লে তুমি কিজানি পৃথিবীৰ সিমূৰ গৈ পালাহেঁতেন—হেঃ হেঃ হেঃ।"

ডাক্তৰ চৌধুৰীয়ে হাঁহি সম্বৰণ কৰি কিছুপৰ কিবা এটা ভাবিলে। তাৰ পিছত অনিৰুদ্ধক সুধিলে, "কোৱা কি কাম কৰিবা?"

"মই এটা ছপাশাল খুলিম বুলি ভাবিছোঁ।"

তাৰ কথা শুনি ডাক্তৰে প্ৰচণ্ড জোৰে মূৰ জোকাৰিলে। "নাই নাই, ছপাশাল খোলাৰ কথা তুমি কিয় ভাবিছা? গুৱাহাঠিত ছপাশাল নচলে। সেই তোমাৰ মুক্তা দাসে এটা খুলিছিল নহয়, গ'ল দুদিনতে বন্ধ হৈ। আৰু কতই খুলিলে বাচি থাকিল জানো? এতিয়াতো গুৱাহাটীত এটাও ছপাশাল নাই।"

"সেই কাৰণে মই এটা খুলিব খুজিছোঁ। ছপাশালটো খুলিব পাৰিলে তাৰ পৰা কাকত এখন উলিয়াম।"

ডাক্তৰ চৌধুৰীয়ে একো নামাতিলে। তেওঁ জানে অনিৰুদ্ধক হকা-বধা কৰি লাভ নাই। সি যি কৰিম বুলি ভাৱিছে, কৰিবই। তেওঁ পুনৰ খবৰ কাগজত মন দিলে।

## এঘাৰ

অনিৰুদ্ধই চোলাৰ জেপত হাত ভৰাই অলপ পৰ কিবা এটা ভাবিলে। তাৰ জেপত মাত্ৰ দুটকা আছে। ছপাশাল খুলিব লাগিলে মূলধনো সেযেই। নিঃশব্দে ডাক্তৰৰ কাষৰ পৰা আঁতৰি আহি সি পদূলিমুখত থিয় দিলে। তাৰ পিছত লাহে লাহে সি আলিবাটলৈ আহিল। সেই যে এবাৰ বাটলৈ ওলাই আহিল তাৰ পিছত সি আৰু ছমাহলৈ ডাক্তৰ চৌধুৰীৰ ঘৰ নোসোমাল। গুৱাহাটী, ডিব্ৰুগড়, শোৱালকুছি, বৰপেটা আদি ঠাইলৈ কেবাবাৰো অহা-যোৱা কৰাৰ মূৰত এবাৰ সি কলিকতালৈও গ'ল। ইয়াৰ মাজতে ছপাশাল কিনিবৰ জোখাৰে টকাও যোগাৰ কৰিলে। কলিকতাত এমাহ থাকি এদিন ছপাৰ মেচিন লৈ সি গুৱাহাটীমুৱা ৰেলত উঠিল।

গুৱাহাটী ষ্টেচনত ৰেল বৈ যোৱাৰ লগে লগে অনিৰুদ্ধৰ চিন্তা দুগুণে বাঢ়ি গ'ল। এতিয়া মেচিনটো ৰখা যায় ক'ত, ছপাশাল পাতিবলৈ ঘৰেই বা পোৱা যায় ক'ত। বহুত ভাবি ভাবি সি মনত পেলালে পাণবজাৰত তাৰ সম্বন্ধীয় ককায়েক এজনৰ এটা খেৰৰ ঘৰ খালী হৈ পৰি আছে। ককায়েক ঢুকাবৰ আজি দুমাহমান হৈছে। ঘৰৰ মানুহক কৈ মেলি সেইটো ঘৰকে সি ছপাশালৰ বাবে ল'লে। কিন্তু সমস্যা হ'ল ঘৰৰ কেঁচা ভেটিটোৰ কাৰণে। সেইটো পকা নকৰিলে তাত গধুৰ মেচিন বহুওৱা টান হ'ব। লাখটকীয়াত অনিৰুদ্ধৰ এজন বন্ধু আছে—কাচিম আলি। কাচিমৰ ঘৰৰ পিছফালে ৰেললাইন বহুৱাওঁতে ইটাৰ দেৱালখন ভাঙি পেলোৱা কথাটো অনিৰুদ্ধৰ মনলৈ আহিল। ভগাদেৱালৰ ইটাবোৰ এতিয়াও ৰেল লাইনৰ কাষতে পৰি আছে।

বেল ষ্টেচনৰ পৰা গৰুগাড়ীৰে মেচিনটো পান বজাৰলৈ আনি কেইজনমান ডেকা ল'বাৰ সহায়ত সেইটো নমোৱাৰ পিছত অনিৰুদ্ধ এইবাৰ কাচিম আলিৰ ঘৰলৈ গ'ল। কাচিম ঘৰতে আছিল। অনিৰুদ্ধই গৈ চিধাই তাক সুধিলে, "কাচিম ভাই, তোৰ ওচৰলৈ এটা বস্তু বিচাৰি আহিছোঁ। দিবিনে ?"

"ক, কি বস্তু। দিব পৰা বস্তু হ'লে কিয় নিদিম ?"

"কেইটামান ইটা দিবিনে ?"

"ইটা ? ইটা তই কি কৰ ? তইতো ইটা-ছিমেণ্টৰ মানুহ নাছিলি। তই কবিতাহে লিখিছিলি ? কবিতাৰ পৰা ইটালৈ— কাচিমে হোহোৱাই হাঁহি ক'লে, "মই হ'লে তোৰ মতলব ধৰিব পৰা নাই দেই।"

"মতলব ধৰিবলৈ একো নাই, বুজিছ কাচিম ভাই। মই এটা ছপাশাল বহুৱাব খুজিছোঁ। মেছিন, ঘৰ—এইবোৰ যোগাৰ হৈছে। কিন্তু, হ'লে কি হ'ব, ঘৰৰ ভেঁটিটো কেঁচা।"

"তাৰ মানে ভেঁটিটো পকা কৰিবলৈ তোক ইটা লাগে ?"

"আৰু কি ?"

"লৈ যা ভাই, যিমান লাগে। কাইলৈ পুৱা মানুহ এজন পঠাই দি লৈ যাবি।"

"পুৱালৈ ৰ'বলৈ আৰু মোৰ সময় নাই। তই মোক টুকুৰী এটা দে। এতিয়াই মই ইটা লৈ যাওঁ।"

"অনিৰুদ্ধৰ কথাত কাচিমে হাঁহিলে। কিন্তু অনিৰুদ্ধৰ চকু-মুখত ফুটি উঠা নিষ্ঠা আৰু ব্যগ্ৰতাৰ চিন দেখি সি ভিতৰলৈ সোমাই গ'ল আৰু ভিতৰৰ পৰা খালি পেকিং বাকচ এটা আনি ক'লে, "ল। এইটো ল। ইয়াতে ইটা ভৰাই মূৰত নৈ যাব পাৰিবি নে ?"

"কিয় নোৱাৰিম ?"

দুয়ো ঘৰৰ পিছফালে গৈ ৩০ ডোখৰমান ইটা বাকচটোত ভৰালে আৰু কাচিমৰ সৈতে ধৰাধৰি কৈ অনিৰুদ্ধই বাকচটো মূৰত তুলি

ল'লে। কাচিম আলিয়ে পিছফালৰ পৰা অনিৰুদ্ধলৈ চাই হাঁহি থাকিল। এনেদৰে সুবাকচ ইটা আনি ভাগৰ মাৰিবলৈ বুলি মেচিন-টোৰ কাষত বহোতে কাছাৰীৰ ঘণ্টাত ৰাতি দহ বজাৰ কোব পৰিল।

ইয়াৰ পিছত বোকা মাটিৰে ঘৰৰ ভেঁটিত ইটা বহুৱা কাম চলিল। অনিৰুদ্ধই অকলে অকলে গোটেই ৰাতি উজাগৰে থাকি কামবোৰ কৰিলে। সদৰ থানাৰ বৰ কাঁহত ৰাতিপুৱা ৫ বজাৰ কোব পৰাৰ লগে লগে ঘৰৰ ভেঁটি তৈয়াৰ হৈ গ'ল। এতিয়াহে অনিৰুদ্ধই অনুভৱ কৰিলে—কালি দিন ৰাতি একো নোখোৱাকৈয়ে পাৰ হৈ গ'ল। তাৰ খুব ভোক লাগিবলৈ ধৰিলে।

ছপাশালৰ যন্ত্ৰপাতিখিনি বহুওৱাৰ পিছত মেচিনৰ কাম জনা ল'ৰা এটা বিচাৰি অনিৰুদ্ধই ৰিহাবাৰীৰ ফালে খোজ দিলে। ৰিহাবাৰীৰ লুংলুঙীয়া বাটৰ দাঁতিত মানুহৰ ঘৰ দুৱাৰৰ সংখ্যা বাঢ়িছে যদিও আগৰ বন-জাবনিবোৰ আগৰ দৰেই আছে। মায়াহঁতৰ ঘৰৰ আগেদি পাৰ হৈ যাওঁতে তাৰ বুকুখন গধুৰ হৈ পৰা যেন লাগিল। তাৰ এনেকুৱা লাগিল তাৰ পিছে পিছে যেন কোনোবা এজনী—ঠিক মায়াৰ দৰে এজনী ছোৱালী আহি আছে। মায়াহঁতৰ ঘৰটো নিমাত মাত হৈ পৰি আছে। গোপাল দাসে ঘৰটো লোকেল বৰ্ডক বিক্ৰী কৰি থৈ গৈছে। লোকেল বৰ্ডে এতিয়াও ঘৰটো ব্যৱহাৰ কৰিবলৈ লোৱা নাই। তাৰ পিছে পিছে আহি থকা ছোৱালীজনীক বেগা-বেগিকৈ এৰি থৈ সি এটা সৰু বাটেৰে সোমাই গ'ল। বাটটো গৈ য'তে শেষ হৈছে তাতে এটা জুপুৰী ঘৰ। সেইটোতে মেধি থাকে। গোবিন্দ মেধি। প্ৰেছৰ কাম জনা পুৰণি মানুহ। কিছুপৰ কথা-বতৰা পতাৰ পিছত গোবিন্দক লগতে লৈ অনিৰুদ্ধ ঘূৰি আহিল।

আহোঁতে বাটত অনিৰুদ্ধই গোবিন্দক সুধিলে, "গোবিন্দ তুমি প্ৰেছৰ সকলো কাম জানা, নহয় জানো?"

"গোবিন্দ মেধিয়ে বিনম্ৰভাৱে ক'লে, "জানো বুলি ক'ব নোৱাৰোঁ, কিন্তু প্ৰয়োজন হ'লে কৰিব পাৰোঁ।"

"ঠিক আছে। বৰ ভাল হ'ব। মই এখন আলোচনীত উলিয়াম বুলি ভাবিছোঁ। আলোচনীৰ কাম তুমি জানা নহয় ?"

"জানো জানো। ডিব্ৰুগড়ৰ ৰেলৱে প্ৰেছত আৰু বৰপেটাৰ শাস্ত্ৰ প্ৰকাশ প্ৰেছত কাম কৰিছিলোঁ নহয় মই। মথুৰ বৰুৱাৰ 'এডভোকেট অব আছাম' খনো মযেই ছপাইছিলোঁ। আপোনাৰ আলোচনীৰ কাম কিয় নোৱাৰিম ?"

কথাখিনি কওঁতে গোবিন্দৰ চকু-মুখত উৎসাহ আৰু আনন্দৰ আভাস বিৰিঙি উঠিল। দৃশ্যটো দেখি অনিৰুদ্ধৰ মনতো ফুৰ্তি লাগিল।

গোবিন্দ মেধিৰ সৈতে প্ৰেছৰ কামত ব্যস্ত হৈ থাকোতে এদিন অনিৰুদ্ধক পিছফালৰ পৰা এজনী তিৰোতা মানুহে মাত লগালে, "মইনা।" অনিৰুদ্ধই আচম্বিতে পিছফাললৈ ঘূৰি চাই খুড়ীযেকক দেখি আচৰিত হৈ গ'ল। সি কিবা এষাৰ কবলৈ নৌপাওঁতেই খুড়ীযেকে পুনৰ ক'লে, "মইনা, তই ইযাত এইবোৰ কৰি আছ, অথচ মই গম নাপাওঁ। তই মোক এবাৰো কথাটো ক'বলৈ নাপাৰিলে ?"

অনিৰুদ্ধই কি কব কি নকব একো থিৰাং কৰিব নোৱাৰিলে। গোবিন্দই চকুৰ পচাৰতে দৌৰি গৈ টুল এখন আনি মানুহজনীক বহিবলৈ দিলে। ৰেণু বহাৰ পিছত গোবিন্দ আঁতৰি গৈ মেচিনৰ ওচৰ পালে। অনিৰুদ্ধই সেমেনাসেমেনিকৈ খুড়ীযেকৰ শুদা ভৰি দুখনলৈ চাই কিবা ক'ব খুজিও শেষত বৈ গ'ল।

"মইনা," ৰেণুৱে পুনৰ মাত লগালে, "তই সদায় এনেদৰেই থাকিবি নেকি ?"

"আপুনি—কি ক'ব খুজিছে মই বুজা নাই খুড়ীদেউ ?"

"তইঁতেনো মোৰ কথা কেতিয়া বুজিবি ?" ৰেণুৰ কণ্ঠত পুনৰ

ক্ষোভ আৰু বেদনাৰ সুৰ বাজি উঠিল, "আমি মানুহবোৰ বৰ অকলশৰীয়া, জান মইনা। ইমান দিন একেলগে থাকিলোঁ, খালোঁ, একেলগে হাঁহিলোঁ, কান্দিলো তথাপি আমি কোনেও কাকো বুজি নাপালো।"

"কিয় আপুনিতো এতিয়া অকলশৰীয়া নহয়। গুৱাহাটী শিশু-কেন্দ্ৰৰ পৰিচালিকা আপুনি। আপুনি কেনেকৈ অকলশৰীয়া হ'ব?"

"মানুহবৰ আচৰিত প্ৰাণী বুজিছ? আমি মাইকী মানুহবোৰ আৰু আচৰিত। আমি এক মুহূৰ্ত্তও আশ্ৰয় নোহোৱাকৈ থাকিব নোৱাৰো। আমাক কিবা এটা লাগে মইনা, কিবা মানে এটা আশ্ৰয় লাগে"। হঠাতে যেন নকৰলগীয়া কথা এটা কৈ পেলালে, এনেকুৱা এটা অস্বস্তিত মানুহজনী অস্থিৰ হৈ উঠিল। খুড়ীয়েকৰ কথা কেইটাৰ মাজেদি চিৰন্তন নাৰী হৃদয়ৰ হাঁহাকাৰ ধ্বনি বাজি উঠা অনিৰুদ্ধই শুনিবলৈ পালে। খুড়ীযেকৰ কথা কেইটাই যেন এখন বিশাল গ্ৰন্থৰ মৰ্ম্মাৰ্থহে তাৰ আগত আচম্বিতে উদঙাই দিলে।

"তোক মই এটা কথা ক'বলৈ আহিছোঁ, মইনা। তইঁতে মোৰ কোনো কথা আজিলৈকে নুশুনিলি। আজি অন্ততঃ মোৰ এইটো কথা তই শুন। শুনিবি?"

"খুড়ীদেউ—"

"তই বিয়াখন পাত, মইনা।"

"মই—বিয়া—"

"অঁ—। তাতে আচৰিত হবলৈ কি আছে? বয়সতো বৈ নাথাকে। তই বিয়াখন পাতিলে মোৰেই লগৰী এজনী হ'ব। তইঁতৰ সংসাৰ-খনৰ মাজত মিলি গৈ মই হয়তো শেষ বয়সত অলপ শান্তি পাম।" কথাখিনি কৈ মানুহজনী যেন বিভোৰ হৈ পৰিল। আশা এনেকুৱাই। আবেলিৰ হেঙুলীয়া বেলিৰ দৰে মাৰ যাওঁ যাওঁ কৈও সি দিগন্তত ওলমি থাকে। সন্ধিয়া পৰত বেলিমাৰ গলেও বহুপৰলৈকে তাৰ হিৰণ-কিৰণৰ আভাস পৃথিৱীত ভাঁহি থাকে। বেণুৰ মনৰ আশাৰ

বেলিও কেতিয়াবাই মাৰ গ'ল, কিন্তু গছৰ আগ-পাতত ওলমি থকা বেলিৰ বহনৰ দৰে তেওঁৰ মনৰ আশাৰ অৱশেষকণ এতিয়াও যেন ক'ৰবাত বৈ আছে। মানুহজনীৰ মনৰ অৱস্থাটো উপলব্ধি কৰি অনিৰুদ্ধৰ নিজকে অপৰাধী যেন ভাব হ'ল। অন্ততঃ তেওঁৰ মনত সুখ দিবৰ বাবেই সি কিবা এটা সিদ্ধান্ত লোৱা উচিত হ'ব। ঠাইতে দুখোজমান কাটি সি খুড়ীযেকৰ শুকান বিবৰ্ণ মুখলৈ চালে। তাৰ পিছত সি ক'লে, "আপুনি যি ভাল দেখে তাকে কৰক, খুড়ীদেউ।"

"তাৰ মানে ?"

"মই—মই –"

মানুহজনীৰ ওঁঠত ক্ষীণ হাঁহি এটা বিৰিঙি উঠিল। ক্ষন্তেক-পৰ পিছত তেওঁ যাবলৈ উঠিল। গোবিন্দ মেধিয়ে কিছুদূৰলৈ মানুহ-জনীক আগবঢ়াই থলে।

অনিৰুদ্ধৰ ছপাশলাত কামৰ ভীৰ বাঢ়ি আহিবলৈ ধৰিলে। বিভিন্ন ছপা কাম, অনিৰুদ্ধৰ নিজৰ আলোচনী-কাকতৰ কাম, তাৰ উপৰি তাৰ কবিতা আৰু প্ৰৱন্ধবোৰ আছেই। গোবিন্দ মেধিৰ দিন-ৰাতি সমান হৈ আহিল। ছপাশালৰ গাতে লগা ছালি এখনত অনি-ৰুদ্ধই নিজৰ থকা-খোৱাৰ ব্যবস্থা কৰি ল'লে। গোবিন্দও কেতিয়াবা তাৰ লগতে থাকে। ছপাশালৰ উপাৰ্জন বাঢ়ি আহিল। পইচাৰ ভঁৰাল অনিৰুদ্ধৰ বিছনাৰ গাৰুৰ তলত। তাতে পইচা-পাতি, হিচাপ-পত্ৰ, কবিতা-প্ৰৱন্ধ সকলো থাকে। আলোচনীৰ সম্পাদক অনিৰুদ্ধ, যুটীয়া সম্পাদক বিহগুৰিৰপৰা আহি গুৱাহাটীত নতুনকৈ ওকালতি আৰম্ভ কৰা চন্দ্ৰনাথ, চুটি-চাপৰ, ক্ষীণ চেহেৰা, কিন্তু অফুৰন্ত কৰ্মশক্তি আৰু প্ৰখৰ বুদ্ধিৰ জীৱন্ত প্ৰতিমূৰ্তি এই চন্দ্ৰনাথ। চন্দ্ৰনাথক পাই অনিৰুদ্ধই যেন হাততে স্বৰ্গ ঢুকি পালে। দিনটো মোকৰ্দমা আৰু

এছোছিয়েশ্যনৰ কাম-কাজৰ জওহাল মাৰি উঠি চন্দ্ৰনাথে ৰাতি এপৰলৈকে অনিৰুদ্ধৰ সৈতে ছপাশালত বহি আলোচনীৰ কাম কৰে। বাতৰি লেখে, শুধৰনি-পত্ৰ চায, প্ৰয়োজন হ'লে প্ৰবন্ধ-পাতিও লেখে। আলোচনী ওলাবৰ দিনা পুৱাতেই এখন গামোচাৰ দুই মূৰে দুই টোপোলা আলোচনী বান্ধি গোবিন্দই সাজু কৰি দিয়ে। সেইখিনি কান্ধত ওলোমাই লৈ খোজ কাঢ়ি কাঢ়ি অনিৰুদ্ধই বিলাই ফুৰে।

এদিনাখনৰ কথা। অইনবাৰৰ দৰে সেইবাৰো আলোচনীৰ টোপোলা কান্ধত ওলোমাই লৈ অনিৰুদ্ধ সোমাই গৈছিল কমিছনাৰ অফিচৰ ভিতৰলৈ। উদ্দেশ্য—অফিচৰ কৰ্মচাৰী সকলৰ মাজত আলোচনী বিক্ৰী কৰা। সি সোমাই যোৱাৰ লগে লগে এজন আদহীয়া কৰ্মচাৰীয়ে চিঞৰি কৈ উঠিল, "হেৰা, সেইখন আৰু আমাৰ ইযালৈ নানিবা। যোৱা যোৱা।"

অনিৰুদ্ধ থতমত খাই গ'ল। তথাপি সি স্পষ্টভাৱে সুধিলে, "কিয়? আলোচনীখনে আপোনালোকৰ কি দায লগালে, নকয কিয?"

"আমি মনেই কৰা নাছিলো নহয়। তাত সেইবোৰ কি লিখিছাঁ?" অনিৰুদ্ধই মানুহজনৰ কাষ চাপি গ'ল। টোপোলাৰ পৰা আলোচনী এখন উলিয়াই সি মানুহজনক সুধিলে, "ক'ত কি কথা লিখিছোঁ— ?"

"সেইবোৰ। চাওঁ। উঁ—উঁ—এযা ওপৰতে এইযাৰ কি কথা— উত্তিষ্ঠত, জাগ্ৰত—তাৰ মানে কি? তাৰ মানে কি? অ' এইবোৰ কথাৰ অৰ্থ বহুত বেলেগ আছে। কমিছনাৰ চাহাবে গম পালে, আমাৰ চাকৰি একেদিনাই খতম কৰি দিব। এই বয়সত নাখাই মৰিবলৈ তুমি মোৰ চাকৰিটো নিযাব খুজিছা নেকি? উত্তিষ্ঠত— জাগ্ৰত—এইবোৰ ভেনেই ৰাজদ্ৰোহী কথা। লৈ যোৱা। লৈ যোৱা। কোনোদিনা আৰু সেইখন লৈ ইয়ালৈ নাহিবা।"

বিমুখ হৈ সিদিনা অনিৰুদ্ধ গুচি আহিছিল।

আহোঁতে বাটত বহুত মানুহে জুমাজুমিকৈ কিবা এটা ভাওৰ

ঘটনাৰ কথা আলোচনা কৰা অনিৰুদ্ধৰ চকুত পৰিল। ক'ৰবাত কিবা এটা সাংঘাতিক ঘটনা হৈছে। ইয়াত নহয়, দূৰৈত।' কমিছনাৰ অফিচৰ মানুহজনৰ কথা কেইটাই তাৰ মনটো সেমেকাই ৰখা বাবে সি মানুহবোৰক কাকো একো নুসুধিলে। ক'ত কি ঘটনা হৈছে গম নবলৈও সি চেষ্টা নকৰিলে। চিধাই আহি ছপাশালনৈ সোমাই যাওঁতে তাৰ চকুত পৰিল ছপাশালৰ দুৱাৰমুখতে চন্দ্ৰনাথ আৰু ৰবদলৈ উকীল বহি আছে। দুয়ো কিবা গভীৰ আলোচনাত বুৰ গৈ আছে। কাষতে থিয় হৈ গোবিন্দ মেধিয়ে দুয়োৰে আলোচনা ধৰ লাগি শুনি আছে।

ৰবদলৈয়ে গহীন মাতেৰে চন্দ্ৰনাথক কৈছে, "বুজিছা চন্দ্ৰনাথ, এই ঘটনাৰ পিছত আমি আৰু বৈ থাকিব নোৱাৰোঁ। তুমি কি কোৱা ?"

"আপুনি ঠিকেই কৈছে দাদা। আমি আৰু এতিয়া অকলে এছোছিয়েশ্যন কৰি থাকিলে নহ'ব।" চন্দ্ৰনাথৰ বুদ্ধিদীপ্ত চকু দুটা চিক্‌মিক্‌কৈ জিলিকি উঠিল, "ইমানবোৰ নিৰীহ মানুহক ইংৰাজ চাহাবে কুকুৰ-মেকুৰী দৰে গুলীয়াই মৰাৰ পিছতো যদি আমি জাতীয় কংগ্ৰেছক সমৰ্থন নকৰোঁ তেতিয়া হলে আমাৰ ডাঙৰ ভুল হৈ যাব, বুৰঞ্জীৰ পাতত আছাম এছোছিয়েশ্যনৰ নাম কলংকিত হৈ থাকিব।"

চন্দ্ৰনাথৰ সমিধানত ৰবদলৈয়ে তেওঁৰ স্বাভাৱিক গল-গলীয়া মাতেৰে ক'লে, "তেনেহলে আমি কাইলৈকে এটি ঘোষণা প্ৰচাৰ কৰি দিওঁ। তুমি এখন টেলিগ্ৰাম কৰা কংগ্ৰেছৰ কেন্দ্ৰীয় অফিচলৈ। বাতৰি কাকতলৈও খবৰটো পঠিয়াই দিয়া। পাৰিবা ?"

"হ'ব দাদা। আপুনি চিন্তা নকৰিব। মই সকলো ব্যৱস্থা কৰিম।"

এনেতে অনিৰুদ্ধ গৈ দুয়োৰে মাজত উপস্থিত হ'ল। ৰবদলৈয়ে এবাৰ তাৰ কান্ধৰ টোপোলা দুটালৈ, এবাৰ তাৰ কঠিন চকু দুটালৈ চাই ক'লে, অ' "অনিৰুদ্ধ। তুমি আহিলা ভালেই হ'ল। মই তোমাৰ

বাবেই বৈ আছোঁ। এইখন লোৱা।" বৰদলৈয়ে জেপৰ পৰা এখন কাগজ উলিয়াই দিলে, "ইয়াৰে এহেজাৰ কপি ছপাই দিবা। কাইলৈ লাগিব কিন্তু। বৰ জৰুৰী। ঘটনাটো শুনিছা নহয় ?"

অনিৰুদ্ধই চকুহুটা থিয় কৰি কপালখন কোঁচাই ক'লে, "নাই। নাই শুনা।"

"আহোঁতে বাটত একো নুশুনিলা ?"

"মানুহবিলাকে কিবা এটা আলোচনা কৰি থকা যেন লাগিছিল। আজি মোৰ মন-চন ভাল নহয। সেইবাবে কাকো একো নুসুধিলোঁ।"

"বৰ সাংঘাতিক ঘটনা এটা হৈছে অনিৰুদ্ধ। আজি আবেলি অমৃতসৰত ভাওৰ হত্যাকাণ্ড এটা হ'ল। টেলিগ্ৰাফ অফিচলৈ খবৰ আহিছে। অমৃতসৰৰ জালিয়ানৱালাবাগ নামৰ ঠাইত ভাৰতীয় মানুহৰ ৰাজহুৱা সভা এখন হৈছিল। সভাৰ মাজলৈ অতৰ্কিতে সোমাই আহি বগা চিপাহীযে ভৰেমধে গুলীবৰ্ষণ কৰিলে। জেনেৰেল ডায়াৰৰ নিৰ্দেশ। প্ৰায় চাৰিশমান মানুহ থিতাতে মৰিছে। বহুত আহত হৈছে। জালিয়ানৱালাবাগ তেজেৰে ভৰি গৈছে। চোৱা, মানুহ কিমান নিষ্ঠুৰ হ'ব পাৰে, কিমান নৃশংস হ'ব পাৰে।" কথাখিনি কওঁতে বৰদলৈৰ কণ্ঠ যেন ৰুদ্ধ হৈ যাব খোজে, "এই ঘটনাৰ পিছত জাতীয় কংগ্ৰেছৰ সকলো নেতা জাগি উঠিছে। ইংৰাজৰ হাতৰ পৰা দেশ উদ্ধাৰ কৰিবলৈ মৃত্যুপণ কৰি সকলো আগবাঢ়ি আহিছে। আমিও যাম অনিৰুদ্ধ। আজিৰ পৰা আছাম এছোছিয়েশ্যনে সকলো কামতে কংগ্ৰেছক সমৰ্থন দি যাব।"

বৰদলৈৰ কথাত অনিৰুদ্ধই আজি যেন এটা নতুন সুৰ শুনিবলৈ পালে। সেই সুৰে তাৰ ভিতৰৰ মানুহটোকো জগাই দিলে। বৰদলৈৰ হাতৰ পৰা কাগজখন লৈ সি ক'লে, হৈ যাব। আপোনাৰ কাগজ কাইলৈ সাজু হৈ যাব। আজিৰ পৰা আপোনাৰ ছপা কাম মই বিনা পইচাতে কৰি দিম। গোবিন্দ মেধিৰ হাতত কাগজ দি অনিৰুদ্ধই কান্ধৰ পৰা টোপোলা দুটা মাটিত নমাই থলে। অলপ

পিছত ৰবদলৈ গুচি গ'ল। চন্দ্ৰনাথে মাটিত পৰি থকা আলোচনীৰ দ'মটোলৈ চাই সুধিলে, "আজি আলোচনী বিক্ৰী নহ'ল নেকি?"

"নাই, নহ'ল। কমিছনাৰ অফিচতো কোনেও আলোচনী নল'লে।"

"কিয়? আগতে দেখোন তাতেই আমাৰ দুকুৰি--আঢ়ৈ কুৰি কপি বিক্ৰী হৈছিল?"

"হৈছিল। এতিয়া নহয়।"

"কিয়?"

আমাৰ আলোচনীত তেওঁলোকে বিপ্লৱৰ গোন্ধ পাইছে। ইয়াত হেনো আমি ৰাজদ্ৰোহী কথা লিখিছো। আমাৰ আলোচনী কিনিলে কমিছনাৰ চাহাবে তেওঁলোকৰ চাকৰি খতম কৰিব।" কথাখিনি শুনি বিদ্ৰূপ আৰু ঘৃণাত চন্দ্ৰনাথে মুখ বিকটাই দিলে, "আচল কথা কি জানা অনিৰুদ্ধ? ভয়। দেশৰ সকলো মানুহৰ মনতে ইংৰাজ সকলৰ প্ৰতি এটা ভয় সোমাই গৈছে।"

"কিহৰ ভয়?"

"বহুদিন ধৰি পৰাধীন হৈ থকা জাতি এটাৰ মনত আপোনা আপুনি সৃষ্টি হোৱা ভয়। পৰাধীনতা এটা অভিশাপ, অনিৰুদ্ধ। আমি এই অভিশাপৰ পৰা জাতিটোক উদ্ধাৰ কৰিব লাগিব।" চন্দ্ৰনাথৰ আবেগ-বিহ্বল দৃষ্টিয়ে অনিৰুদ্ধক অবাক কৰি পেলালে। এই এষাৰ মাত্ৰ কথাৰ মাজতে চন্দ্ৰনাথৰ মনৰ দৃঢ়তা আৰু নিষ্ঠাৰ উমান অনিৰুদ্ধই পালে। তাৰ সবল-সুঠাম শৰীৰটোলৈ চাই চন্দ্ৰনাথেও মনত সাহস পালে। জীৱনৰ সকলো ঘাত-প্ৰতিঘাত অশেষ ধৈৰ্য আৰু কষ্টৰে মূৰ পাতি লৈ আগুৱাই যোৱাৰ অদম্য সাহস আৰু শক্তি যেন অনিৰুদ্ধৰ গাত লুকাই আছে। সময় আৰু সুযোগ পালেই সেই শক্তি প্ৰচণ্ড গতিৰে বাহিৰ ওলাই আহিব।

ছপাশালটো চোৱা-চিতাৰ ভাৰ এজন উৎসাহী ডেকাৰ গাত অৰ্পণ কৰি এইবাৰ অনিৰুদ্ধ ওলাল জাতীয় কংগ্ৰেছৰ বাণী গাঁৱে-ভূঞে প্ৰচাৰ কৰিবলৈ। লগতে চন্দ্ৰনাথ। চন্দ্ৰনাথে কৰিলে সভ্য-ভৰ্তি আৰু

ধন-সংগ্ৰহৰ কাম। অনিৰুদ্ধই গাঁৱে গাঁৱে ঘূৰি সংগঠন আৰু প্ৰচাৰৰ কাম কৰিলে। অত্তিপাত পৰিশ্ৰম আৰু অবৰ্ণনীয় কষ্টৰ মাজতো দুটা অশান্ত আত্মাৰ দৰে দুয়ো যেন স্বাধীনতাৰ বাবে অস্থিৰ হৈ উঠিল।

আজি বৰনগৰ হাইস্কুলৰ মুকলি পথাৰত বিৰাট ৰাজহুৱা সভাৰ আয়োজন কৰা হৈছে। চন্দ্ৰনাথ ইতিমধ্যে আগতীয়াকৈ বৰনগৰলৈ গৈছে। অনিৰুদ্ধ গৈ পায় মানে সভাস্থলীত জনসমাগম হৈছেই। বাহিৰত ভবাপিটা ৰৰঘুণ। অনিৰুদ্ধৰ লগত বৰদলৈ উকীল, বিষ্ণুৰাম, গৌৰীকান্ত আৰু কেবাজনো নেতা, লগতে পাঁচিছজন কলেজীয়া ছাত্ৰ। চন্দ্ৰনাথৰ গা ভাল নহয, দিনটো ঠিকেই যায, সন্ধিয়াৰ লগে লগে জ্বৰ উঠে। তথাপি জ্বৰীয়া গাৰেই হাঁহি হাঁহি চন্দ্ৰনাথে অনিৰুদ্ধ আৰু বৰদলৈকে আদি কৰি সকলোকে সভালৈ আগবঢ়াই আনিলে।

বাওঁহাতেৰে অনিৰুদ্ধক আঁকোৱালি ধৰি চন্দ্ৰনাথে বৰদলৈৰ ফালে চাই ক'লে, "দেখিছে, কিমান মানুহ গোট খাইছে। সকলোৱে আপোনাৰ আৰু অনিৰুদ্ধৰ বক্তৃতা শুনিবলৈ আশা পালি আছে। আপুনি কিন্তু আজি এঘণ্টা বক্তৃতা দিব লাগিব।"

বৰদলৈয়ে তেওঁৰ স্বাভাৱিক মধুৰ হাঁহিৰে ক'লে, "হ'ব হ'ব। বক্তৃতা মই দিম। যিমান সময়লৈ লাগে সিমান সময়লৈকে দিম। কিন্তু এটা কথা নহয় চন্দ্ৰনাথ—অনিৰুদ্ধ—"

"কওক দাদা।"

"ভোকত কিন্তু আমাৰ পেটে কলমলাই আছে—"

"কোনো চিন্তা নকৰিব। সকলো যোগাৰ হৈ আছে। মঠনগুৰিৰ পৰা পছুৰ মাংস আহিছে, বৰপেটাৰপৰা খমা দৈ, বৌমাছ আৰু চানাৰ মিঠাই আহিছে– "

"এৰা আগতে পেট পূজা, তাৰ পিছতহে মিটিং—অৰ্থাৎ তোমাৰ নৰ-নাৰায়ণ পূজা—কি কোৱা অনিৰুদ্ধ?"

বৰদলৈৰ কথাত আটায়ে গিৰ্জনি মাৰি হাঁহিলে।

খাই-বৈ উঠি সভা আৰম্ভ কৰালৈকে এইখিনি সময়ৰ ভিতৰত বৰষুণ গ'ল, ৰ'দ ওলাল, সভাথলীতো মানুহ গিজখাই পৰিল। বৰদলৈয়ে তেওঁৰ বক্তৃতাৰ মাজত জালিয়ানৱালাবাগৰ নৃশংস হত্যাকাণ্ডৰ বৰ্ণনা দিলে, খিলাফতৰ ঘোৰ অবিচাৰৰ হৃদয় বিদাৰক বৰ্ণনা দিলে—তেওঁৰ বক্তৃতা শুনি শুনি সভাচোৱা মানুহে চকুপানী মচিলে। কেইজনমানে হুকুহুককৈ কান্দিও দিলে। চুটি-চাপৰ চন্দ্ৰনাথেও ভৰিৰ আঙুলিত ভৰ দি দি আবেগময়ী ভাষাৰে বক্তৃতা দি মানুহবোৰৰ গাৰ তেজ উতলাই দিলে। ঘূৰণীয়া চশমাৰ তলত জিলিকি থকা উজ্জ্বল চকু দুটাৰে সমজুৱালৈ তীব্ৰ দৃষ্টি নিক্ষেপ কৰি বিষ্ণুৰামে যুদ্ধৰ সেনাপতিৰ দৰে বজ্ৰ নিনাদেৰে জনতাক সচেষ্ট হ'বলৈ আহ্বান জনালে।

একেবাৰে শেষত উঠিল অনিৰুদ্ধ। অনিৰুদ্ধৰ চেহেৰা, সবল পোছাক আৰু চকু-মুখৰ দৃঢ়তা দেখি জনতা নিমাত হৈ গ'ল। উদ্দীপনাময়ী ভাষণেৰে অনিৰুদ্ধই যেন প্ৰতিজন শ্ৰোতা দৰ্শকৰ মনত স্বাধীনতা লাভৰ বাবে এক দুৰ্বাৰ আকাঙ্ক্ষা জগাই তুলি।

বৰনগৰৰ বিৰাট ৰাজহুৱা সভাৰ প্ৰতিক্ৰিয়া হ'বলৈ বেছি দিন নালাগিল। চাৰিওফালে পুলিচৰ গ্ৰেপ্তাৰ অভিযান চলিল। এদিন ৰাতি পুলিচৰ মানুহে অনিৰুদ্ধহঁতৰ আলোচনীৰ কাৰ্য্যালয়টো ভাঙি বগৰাই থৈ গ'ল।

ভাঙি থৈ যোৱা কাৰ্যালয়টো মেৰামতি কৰি থাকোতে গোবিন্দ মেধিয়ে খবৰ দিলেহি, "দাদা এজন মানুহ আহিছে। আপোনাক লগ পাব খোজে।"

মূৰে গায়ে চিটিকিপৰা ধূলি-বালিবোৰ হাতেৰে জোকাৰি

জোকাৰি অনিৰুদ্ধই সুধিলে, "কোন মানুহ অ' গোবিন্দ? তুমি চিনি পাইছা নে?"

"চিনি পোৱা নাই। কিন্তু মানুহজনৰ ঠেং এখন নাই।"

"ঠেং এখন নাই।"

"অঁ। এডাল দামী পেঙত ভৰ-দি খোজ কাঢে মানুহজনে।"

অনিৰুদ্ধৰ যেন ঘপকৈ কিবা এটা মনত পৰিল, "বাৰু, মানুহজনক আহিবলৈ দিয়া।"

গোবিন্দই মানুহজনক মাতি আনিলে। ছপাশালৰ কাষৰ সৰু বাটটোৰে খটক্ খটক্ শব্দ তুলি মানুহজন আগুৱাই আহি অনিৰুদ্ধৰ কাষত থিয় হ'ল। সেইজন মইনুল। পেঙডালৰ সৈতে মইনুলক সাবট মাৰি ধৰি অনিৰুদ্ধ বহুপৰ নীৰৱ হৈ থাকিল। দুয়ো যেন নিতাল মাৰি পুনৰ শুনিবলৈ পালে তাহানি খাৰঘুলিত হোৱা পুলিচৰ গুলীৰ শব্দ, আৰু শুনিবলৈ পালে মইনুলৰ যন্ত্ৰণা-কাতৰ চিঞৰ-বাখৰৰ লগে লগে ব্ৰহ্মপুত্ৰৰ পানীৰ মাজত বতাহৰ সোঁ সোঁ শব্দ। মইনুলৰ পেংডালৰ গাত এটা চৰাইৰ ছবি আছে। মুহূৰ্তৰ ভিতৰতে যেন চৰাইটোৱে প্ৰাণ পাই অনাই-বনাই উৰি ফুৰিবলৈ ধৰিলে। উৰি উৰি চৰাইটো এটা সময়ত আহি আকৌ নিথৰ হৈ পৰিল। মইনুলে ক'লে, "অনিৰুদ্ধ মই তোক এটা খবৰ দিবলৈ আহিছোঁ।"

অনিৰুদ্ধই মইনুলৰ মুখলৈ উদগ্ৰীৱ হৈ চালে।

"শুনিবলৈ তোৰ যদি মন যায়—"

"কি খবৰ মইনুলে? কাৰ খবৰ?

"খবৰটো মায়াৰ।"

"মায়াৰ?"

"অঁ। খুব বেয়া খবৰ।"

অনিৰুদ্ধৰ ভৰিৰ তলৰ পৃথিৱীখন খহি পৰা যেন লাগিল। গুৱাহাটী এৰি এদিন মায়া কলিকতালৈ গুচি যোৱাটো অনিৰুদ্ধই

জানে। সেয়া বহুদিন আগৰ কথা তাৰ পিছত নিশ্চয় কোনোবা ধনী মানুহৰ বোৱাৰী হৈ মায়া কলিকতাৰ পৰা আৰু দূৰলৈ গুচি গৈছিল। সেই কথা অনিৰুদ্ধই নাজানিলেও অনুমান কৰি লৈছিল। কিন্তু তাৰ পিছত? তাৰ পিছত মায়াৰ আৰু কি খবৰ থাকিব পাৰে? গুলীবিদ্ধ প্ৰাণীৰ দৰে অনিৰুদ্ধৰ মনটোৱে ধৰ্ ফৰাবলৈ ধৰিলে, "তই কি ক'ব খুজিছ মইনুল?"

"মায়াৰ বিয়া হৈছিল কলিকতাৰ এজন ব্যৱসায়ী যুৱকৰ সৈতে। তই জান?" অনিৰুদ্ধই মূৰ দুপিয়ালে। "কিবা ব্যৱসায়ৰ কামত মানুহজন অলপতে মানচেষ্টাৰলৈ গৈছিল। যাওঁতে সাগৰত জাহাজ ডুবিল। জাহাজৰ কোনো যাত্ৰীৰে জীৱন ৰক্ষা নপৰিল।"

"মইনুল!"

"মাযাৰ গিৰিয়েকৰ মৃতদেহটো সিদিনাহে কলিকতা আহি পাইছে। কি সুন্দৰ মানুহ আছিল, বুইছ। কিন্তু, এতিয়া গেলি-পচি অদ্ভুত হৈ গৈছে।"

"মইনুল!"

"কলিকতাৰ পৰা কালি আহিপোৱা এজন লোকে মোক গোটেই কথাখিনি কৈছে। মই একো কব নোৱাৰা হৈ গৈছোঁ অনিৰুদ্ধ।" কথাখিনি কৈ মইনুলে এবাৰ ইফালে সিফালে চালে, কোনোবাই সিহঁতৰ কথা শুনি আছে নেকি? নাই গোবিন্দ মেধিয়ে ছপা মেচিন ঘূৰাবলৈ ধৰিছে। মইনুলে চেঁপা মাতেৰে আকৌ ক'লে, "মানুহজনে আৰু কি কৈছে শুনিবিনে?" অধীৰ আগ্ৰহেৰে অনিৰুদ্ধই মইনুলৰ মুখলৈ চালে। তাৰ ওঁঠ দুটা এবাৰ কঁপি উঠিল, চকুদুটা তিৰ্ বিৰাই জিলিকি উঠিল। তাৰ পিছত অতৰ্কিতে সি কৈ পেলালে, "তই এবাৰ মায়াৰ ওচৰলৈ যা অনিৰুদ্ধ। অন্ততঃ খবৰ এটা লৈ আহগৈ।"

অনিৰুদ্ধই কি ক'ব কি নক'ব থিৰাং কৰিব নোৱাৰিলে। মায়াৰ ওচৰলৈ যাবলৈ তাৰ মনত প্ৰবল হেঁপাহ জন্মিল। কিন্তু হেঁপাহ

জন্মিলেও সি যাব নোৱাৰে। মায়াই জানো তাক ক্ষমা কৰিব? এবাৰ মায়াৰ ওচৰত অকৃতজ্ঞ আৰু প্ৰৱঞ্চক বুলি পৰিচিত হৈ যোৱাৰ পিছত তাক জানো তাই পুনৰ সহজভাৱে ল'ব পাৰিব? ইফালে কংগ্ৰেছৰ জৰুৰী কাম। দুদিন পিছতে গান্ধীজী অহাৰ কথা। চন্দ্ৰনাথে গৈ গান্ধীজীক অসমলৈ নিমন্ত্ৰণ কৰি আহিছে। ধুবুৰীৰ পৰা ডিব্ৰুগড়-লৈকে গোটেই অসম জুৰি তোলপাৰ লাগি গৈছে। দিন যিমানে চমু চাপি আহিছে অনিৰুদ্ধৰো কাম সিমানে বাঢ়ি গৈছে। কথাবোৰ ভাবি ভাবি অনিৰুদ্ধই একো উৱাদিহ নাপালে। সি কি কৰিব? কলিকতালৈ যাবনে গান্ধীজীক আদৰণি জনাবলৈ আয়োজনকে কৰিব? এফালে মায়া, আনফালে গান্ধীজী। আজি এই মুহূৰ্ত্তত কোনো ডাঙৰ, কাৰ প্ৰয়োজন বেছি? জীৱনৰ প্ৰতিটো গুৰুত্বপূৰ্ণ সময়তে অনিৰুদ্ধ এনেকুৱাকৈ দোধোৰ মোধোৰত পৰে।

আগষ্ট মাহৰ ধাৰাষাৰ বৰষুণৰ তলে তলে গান্ধীজী আহিল, গুৱাহাটীৰ উপৰিও অসমৰ কেবাখনো গাঁও আৰু চহৰত তেওঁ ৰাজহুৱা সভাত ভাষণ দি ৰাইজক সত্যাগ্ৰহৰ বাণী শুনালে। চন্দ্ৰনাথৰ গাত এশ চাৰি ডিগ্ৰী জ্বৰ। তথাপি, সেই জ্বৰ গাত লৈও চন্দ্ৰনাথে বৰষুণত তিতি তিতি গান্ধীজীৰ লগে লগে ঘূৰি ফুৰিলে। লগে লগে অনিৰুদ্ধ। তাৰ আৰু কলিকতালৈ যোৱা নহ'ল।

গান্ধীজীয়ে অসম ভ্ৰমণ সমাপ্ত কৰি উভতি যাবৰ পিছ দিনাৰ পৰাই গুৱাহাটী আৰু অন্যান্য ঠাইত পুলিচৰ গেপ্তাৰ অভিযান আৰম্ভ হ'ল। বৰদলৈ আৰু ফুকন উকীলক গ্ৰেপ্তাৰ কৰাৰ পিছত পুলিচে চন্দ্ৰনাথ আৰু অনিৰুদ্ধক বিচাৰি যুৰিলে। অৱশ্যে চন্দ্ৰনাথক বেছি বিচাৰিবলগা নহ'ল। নেৰানেপেৰা জ্বৰে চন্দ্ৰনাথক শয্যাগত কৰি তেজপুৰতে অৱস্থা কাহিল কৰি পেলালে। চন্দ্ৰনাথৰ আশা এৰি পুলিচে অনিৰুদ্ধক বিচাৰি তাৰ গাঁও পালেগৈ। আনিৰুদ্ধ গাঁৱতে আছিল। মাক আৰু বেলিবায়ে তাৰ বিয়াৰ সকলো যোগাৰ ঠিক-ঠাক কৰি তাক গাঁৱলৈ মতাই অনাইছিল। এসপ্তাহ পিছতে বিয়া।

আবেলি পৰত কেইজনমান মানুহৰ সৈতে বিয়াৰ কাম-কাজৰ তদাৰক কৰি থাকোতে চাৰিওফালৰ পৰা এদল পুলিচ আহি অনিৰুদ্ধক ঘেৰি ধৰিলে। মাক আৰু বেলিৰামৰ লগতে গাঁৱৰ মানুহবোৰেও কাবৌ-কোকালিকৈ পুলিচক অনুৰোধ কৰিলে অনিৰুদ্ধক অন্ততঃ বিয়াৰ দিনালৈকে মুকলিকৈ এৰিবলৈ। কিন্তু পুলিচে কাবো কথালৈ কানসাৰ নকৰি তাক ধৰি লৈ গ'ল।

## বাৰ

জেলত থাকোতে অনিৰুদ্ধই ওপৰাউপৰি কৈ দুটা বেয়া খবৰ পালে। এটা হ'ল চন্দ্ৰনাথৰ আকস্মিক মৃত্যু। আনটো হ'ল, অনিৰুদ্ধৰ ছপাশালত হোৱা অগ্নিকাণ্ড। কোনোবাই ৰাতিৰ এন্ধাৰৰ সুযোগ লৈ ছপাশালত জুই লগাই দিয়াৰ ফলত সকলো পুৰি ছাই হৈ গ'ল। ভাগ্য ভাল, ঘৰৰ ভিতৰত গোবিন্দ মেধিৰ বাহিৰে কোনো নাছিল। জুই লগাৰ উমান পাই গোবিন্দই দুৱাৰ ভাঙি বাহিৰ ওলাই চিঞৰ-বাখৰ কৰিলেহে কৰিলে, কোনো ওলাই নাহিল। জুয়ে সকলো গ্ৰাস কৰাৰ পিছতহে দুই-এক ওলাই আহি ইস্ আস্ কৰিলে। গুৱাহাটী জেলত অমানুষিক দুখ-কষ্টৰ মাজত এই দুটা খবৰে অনিৰুদ্ধৰ গা-মন থকা সৰকা কৰি গ'ল। কিন্তু সকলো দুখ কষ্টকো হেলাৰঙে মূৰ পাতি লৈ মৰুভূমিৰ উটৰদৰে মৰুদ্যানৰ সপোন দেখি বাট বুলি যোৱাৰ সাহস আৰু মনোবল অনিৰুদ্ধৰ আছে, আৰু আছে নিজে জ্বলি শেষ হৈ খন্তেকৰ বাবে হলেও আকাশৰ বুকু পোহৰাই তোলা উল্কাৰ দৰে এটা মন। জেলৰ ভিতৰত অনিৰুদ্ধই শিল ভাঙিলে, কোৰ মাৰিলে, কয়দী সকলৰ আগত গীত গাই আনন্দ বিলালে, মাজে মাজে কবিতা লিখিলে, সুযোগ পালে গান্ধীজীৰ সত্যাগ্ৰহৰ মহিমাৰ কথাও ক'লে।

সময় বাগৰি গ'ল।

কাৰাবাসৰ শেষত অনিৰুদ্ধৰ থান থিত নোহোৱা জীৱনটো গত লগাবলৈ ৰতনপুৰৰ পৰা আহি হাঁহি হাঁহি সংসাৰ আৰম্ভ কৰা বনলতাও এদিন গম্ভীৰ হৈ পৰিল। ওঁঠৰ ফাঁকত ওলমি থকা বনলতাৰ

হাঁহিটো গোট মাৰি ছুটোপাল চকুপানী হ'ল। সময় নাই, অসময় নাই—সেই ছুটোপাল চকুপানীয়ে বনলতাক দিনে-ৰাতি আমনি কৰি থকা হ'ল। সৰু সৰু ল'ৰা-ছোৱালী ছুটাৰ ঠেঁহ-পেচ আৰু কান্দোন-কাটোনৰ জওহাল মাৰি যেতিয়া বনলতাই নিজৰ দৰিদ্ৰ সংসাৰ খনৰ কথা ভাবে তেতিয়া তেওঁ বৰ ভয় খাই যায়। এসাঁজ খাই, এসাঁজ নাখাই, কেতিযাবা এপোৱা চাউলৰে মাৰ কৰি খাই বনলতাই ল'ৰা-ছোৱালী-হালৰে সৈতে আৰু কিমান দিন কষ্ট ভুগিব? অনিৰুদ্ধৰ মুখলৈ চাই তেওঁ একো কবও নোৱাৰে। মানুহটোৱে পাৰেমানে কষ্ট কৰিছে, ভাগি ছিগি যোৱা ছপাশালটো থিয় কৰাবলৈও চেষ্টা কৰিছে, কিন্তু কৰিলে কি হ'ব? গুৱাহাটীত ইতিমধ্যে কেবাটাও প্ৰেছ হ'ল। অনিৰুদ্ধৰ পুৰণি ভগা আখৰৰ ছপাশাললৈ আজিকালি কোনো নাহে। যিবা অলপ অচৰপ কাম আহে, সেই-খিনিও কংগ্ৰেছৰ বিনা পইচাৰ কাম।

স্বাধীনতাৰ আন্দোলন লাহে লাহে তীব্ৰতৰ হৈ আহিল। লগে লগে সাৰ পাই উঠিল অনিৰুদ্ধৰ মনৰ সুপ্ত স্বপ্ন। ইমান দিনে তাৰ মনৰ ভিতৰত উমি উমি জ্বলি থকা—অসমীয়া মানুহৰ জাতীয় ঐতিহ্য আৰু সংস্কৃতি সংৰক্ষণৰ আকাংক্ষাৰ জুইকুৰা এতিয়া দাউ দাউকৈ জ্বলিবলৈ ধৰিলে। অনিৰুদ্ধই তাৰ সন্ধানী দৃষ্টিৰে চাই দেখা পালে—ভাৰতীয় জাতীয়তাৰ বিভিন্ন স্তৰত আজি যেন এক অন্তৰ্দ্বন্দ্ব আৰম্ভ হৈছে। এই অন্তৰ্দ্বন্দ্বৰ লগে লগে দেশৰ বিভিন্ন অঞ্চলৰ লোকে আত্ম বিকাশৰ কাৰণে স্বকীয়া সপোন ৰচিবলৈ ধৰিছে। ভাৰতীয় আৰু অসমীয়া জাতীয়তাৰ মৌলিক পাৰ্থক্যবোৰো অনিৰুদ্ধই দেখিলে, কাকতত লেখিলে, সভাই সমিতিয়ে কৈ ফুৰিলে।

যোৱা নিশা অনিৰুদ্ধই এটা সপোন দেখিলে। সপোনত এজনী পাগলী বুঢ়ীয়ে আহি তাক পাৰে মানে গালি পাৰিলে। গালি

পাৰি ভাগৰ লগাত বুঢ়ীয়ে তাইৰ গাৰ লেতেৰা কাপোৰ-কানিবোৰ ফালিছিৰি দলিয়াই পেলাই ঢেক্ ঢেক্ কৈ হাঁহিবলৈ ধৰিলে এটা সময়ত তাইৰ হাঁহিও বন্ধ হ'ল, আৰম্ভ হ'ল কান্দোন। অনিৰুদ্ধই থৰ লাগি বুঢ়ীৰ বীভৎস গাটোলৈ চাই থাকিল। তাৰ ভাব হ'ল—সেইজনী যেন সি তাহানি পলাশবাৰী ঘাটৰ বজাৰত লগ পোৱা পোহাৰী বুঢ়ী। নহয় নহয়—তাৰ ভুল হৈছে—সেইজনী সি জাহাজত পঢ়া কিতাপখনৰ সেই কংকালসাৰ বুঢ়ীজনী। খন্তেকতে বুঢ়ীজনীৰ ঠাইত সি মাকক দেখা পালে। এটা সময়ত মাক আৰু খুড়ীয়েক দুয়োজনী একাকাৰ হৈ গ'ল। চক্ খাই সি সাৰ পাই গ'ল। কাষৰ বিচনাখনত নিশ্চিন্তমনে শুই থকা বনলতায়ো সাৰ পালে। আজিকালি মাকো অনিৰুদ্ধহঁতৰ লগত গুৱাহাটীতে থাকে।

অনিৰুদ্ধই সাৰ পোৱা বুলি জানি কাষৰ কোঠাৰ পৰা মাকে মাত লগালে, "মইনা। কি হ'ল অ?"

"নাই আই। এটা সপোন দেখিলোঁ—সেই বাবে।"

"বেয়া সপোন দেখিলি হব পায।"

"ওঁ। খুব বেয়া সপোন আই।"

"থ থ। সপোন সপোনেই। সপোনৰ ভালবেয়া কি আছে? সেইবোৰ চিন্তা কৰি থাকিব নালাগে। শুই থাক।"

দুনাই আৰু তাৰ চকুত টোপনি নাহিল। সপোনটোৱে তাৰ চেতনাত এক প্ৰবল জোকাৰণি তুলি গ'ল। অসমৰ জাতীয় বৈশিষ্ট্য ৰক্ষাৰ চিন্তাত অনিৰুদ্ধৰ মন অস্থিৰ হৈ উঠিল। জাতীয়তাৰ মাজেদিহে মনুষ্যত্বৰ বিকাশ হয়—অনিৰুদ্ধৰ মনত এই ধাৰণাই দকৈ শিপাইছে। সি এইদৰে ভবা কথাবোৰ এদিন ববদলৈ উকীলৰ আগতো ক'লে। ববদলৈয়ে তেওঁৰ বৈশিষ্ট্যপূৰ্ণ হাঁহিটো মাৰি কলে, "তুমি একেবাৰে নতুন কথা এটা চিন্তা কৰিছা, অনিৰুদ্ধ। গোটেই ভাৰতবৰ্ষৰ মানুহে আজি স্বৰাজ বিচাৰি আন্দোলন কৰিবলৈ ধৰিছে, আৰু তুমি কৈছা আঞ্চলিক জাতীয়তাৰ কথা। এতিয়া এইবোৰ কথা

কোৱা মানে সংকীৰ্ণতাৰ কথা কোৱাৰ দৰে হ'ব। আগতে ইংৰাজ সকল যাওক চোন। তাৰ পিছতো তুমি অসমীয়াৰ অস্তিত্ব আৰু বৈশিষ্ট্য ৰক্ষা কৰিব পাৰিবা।”

“নহয় দাদা, আপুনি দকৈ ভাবি চাওক চোন। ভাবি চালে দেখিব এই দুয়োবিধ জাতীয়তাৰ মাজত বহুত মৌলিক মিল আছে।”

“ভাবি চাইছোঁ, অনিৰুদ্ধ। আৰু, আমি নতুনকৈ ভাবিবলৈ কিনো আছে? গান্ধীজী আমাৰ আগত আছেই। তেওঁ দেখুৱাই দিয়া বাটেৰেই আমি যাব লাগিব। আমাৰ কাৰণে, দেশৰ সকলো মানুহৰ কাৰণে এতিয়া এটাই মাত্ৰ পথ—সেইটো গান্ধীজীৰ পথ—অহিংসা, অসহযোগ, সত্যাগ্ৰহ আৰু ৰাষ্ট্ৰীয় একতাৰ পথ।”

বৰদলৈৰ কথাখিনি শুনি শুনি অনিৰুদ্ধৰ কাণ-মূৰ ৰঙা পৰি উঠিল। তাৰ খং উঠিছে। খং উঠিলে তাৰ কথাও বন্ধ হৈ যায়। বৰদলৈৰ কাষৰ পৰা সি উচাট মাৰি উঠি আহি পকী আলিত উঠিল। কিবা এটা নতুন কাম কৰিবলৈ, সেই কামৰ মাজত নিজকে বিলাই দিবলৈ তাৰ মন অস্থিৰ হৈ উঠিল। একো নকৰাকৈ বহি থাকিব সি নোৱাৰে। আলিৰ দাঁতিৰ দোকানখনৰ ওচৰলৈ সি আগুৱাই গ'ল। দোকানৰ সমুখত বৈ দুজন মানুহে কিবা এটা আলোচনা কৰি থকা যেন সি অনুমান কৰিলে। মানুহ দুজনৰ হাতত এখন বাতৰি কাকত। কাষ চাপি গৈ অনিৰুদ্ধযো কথাটোৰ উমান লবলৈ চেষ্টা কৰিলে। বানপানীৰ খবৰ। সমগ্ৰ নগাঁও জিলা প্ৰবল বানপানীৰ কবলত পৰিছে। আলি পদূলি, যান-বাহনৰ কথাই নাই, মানুহ-গৰুবো ভীষণ দুৰ্গতি হৈছে। ঠায়ে ঠায়ে বানাপানীত মানুহ গৰু উটি গৈছে। ইফালে ধাৰাসাৰ বৰষুণ। বানপানী প্ৰবল জোৰে বাঢ়ি গৈ আছে।

খবৰটো শুনি সি আৰু থিৰ হৈ থাকিব নোৱাৰিলে। শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি বানপানীত আঁতুৰ হোৱা মানুহবোৰক সহায় কৰিবলৈ তাৰ মনত উচপিচনি লাগিল। দোকানৰ পৰা

বেগা-বেগিকৈ সি ঘৰলৈ গ'ল। পিৰালিতে মাকক দেখি সি ক'লে, "মই নগাঁৱলৈ যাওঁ, আই। এতিয়াই যাওঁ—।"

"হঠাতে আকৌ কি হ'ল তোৰ? নগাঁৱলৈ কিয় যাব লগা হ'ল? কি হৈছে নগাঁৱত?"

'খুব বানপানী হৈছে। কাগজত খবৰ আহিছে।"

"বানপানী হৈছে—তই গৈ কি কৰিবি?

"মানুহ বিলাকক বিপদৰ পৰা উদ্ধাৰ কৰিম।"

"জানো বোপাই, তোৰ কথা-কাণ্ডবোৰ কিবা আচৰিত আচৰিত লাগে।" এটা দীঘল হুমুনিয়াহ এৰি দি মানুহজনীয়ে ক'লে, "তোক আৰু হকা-বাধা কৰি কি লাভ! যাম বুলিছ যেতিয়া মই হাক দিলেও যাবি। যা। কিন্তু সোনকালে ঘূৰি আহিবি। ইফালে ঘৰত চাউল-পাত একেবাৰে নাই। ঘৰ-মাটিৰ খাজনাৰ বাবেও বহু-দিনৰ পৰা কাগজ আহি আছে। শুনিছোঁ বোলে মাটি এইবাৰ নীলামত যাব।"

মাকৰ কথাখিনিয়ে অনিৰুদ্ধক কিছু সময়ৰ বাবে জঠৰ কৰি পেলালে। কিছুমান খেলি মেলি চিন্তা তাৰ মনলৈ আহিল। এসময়ত সি দেশৰ মানুহৰ মুক্তিৰ বাবে সশস্ত্ৰ বিপ্লৱত জপিয়াই পৰিছিল, মানুহৰ চকুৰ পৰা লুকাই থাকি মানুহৰ মুক্তিৰ বাবে যুঁজিছিল এতিয়া নিজেই স্থিতিহীন হৈও অসমীয়া জাতিৰ স্থিতিৰ বাবে সি প্ৰচেষ্টা চলাইছে। সি জানো নিজকে প্ৰতাৰণা কৰা নাই? এদিন মায়াই তাক গালি পাৰিছিল—প্ৰবঞ্চক আৰু সংকীৰ্ণমনা বুলি। মায়াৰ প্ৰতি থকা তাৰ সেই ভালপোৱা এতিয়া সম্পূৰ্ণৰূপে জন্মভূমিৰ প্ৰেমত পৰিণত হৈছে হি। তেনেহ'লে, তাৰ দেশপ্ৰেমো জানো সংকীৰ্ণ? বৰদলৈ উকীলকে আদি কৰি জাতীয় কংগ্ৰেছৰ বহু-লোকে অনিৰুদ্ধক আজিকালি উগ্ৰ জাতীয়তাবাদী বুলি হাঁহে। দুই-একে প্ৰকাশ্যে উপলুণ্ডাও কৰিছে। কিন্তু মানুহৰ ঠাট্টামস্কৰা শুনি নিজৰ পথৰ পৰা বিচ্যুত হোৱাটো তাৰ স্বভাৱবিৰুদ্ধ। কৰ্তব্যৰ আহ্বান সি নেওচিব নোৱাৰে।

মাকৰ শুকান মুখখনলৈ এবাৰ চাই অনিৰুদ্ধই আলিবাটত খোজ পেলালে। কেইদিনমানৰ আগতে লেখা কবিতা এটা তাৰ ডিঙিলৈ উঠি আহিল। মুখৰ ভিতৰতে কবিতাটো বিৰ্‌বিৰাই অনিৰুদ্ধ হলং হলংকৈ আগুৱাই গৈ থাকিল।

অনিৰুদ্ধ নগাঁৱলৈ যোৱাৰ পাঁচদিনৰ পিছতে তাৰ ঘৰ-মাটি নিলাম হ'ল। অনিৰুদ্ধৰ অনুপস্থিতিত নীলামৰ মাটি কিনি লোৱা মানুহো ওলাল। কিনি লৈ নিজৰ নামত ৰেজিষ্টাৰ কৰি মানুহজনে দুদিনতে অনিৰুদ্ধ হঁতৰ পৰিয়ালক উচ্ছেদৰ জাননী দিলে।

নগাঁৱৰ পৰা ঘূৰি আহি অনিৰুদ্ধই উচ্ছেদকাৰী মানুহজনক ৰবকৈ খাটনি ধৰিলে—অন্ততঃ মানুহজনে যাতে অনিৰুদ্ধৰ পৰিয়ালটোক থাকিবলৈ আৰু কিছুদিন সময় দিয়ে। কিন্তু মানুহজনে অনিৰুদ্ধক সময় নিদিলে, বুঢ়ীমাক, ল'ৰা-ছোৱালী আৰু পৰিবাৰৰ সৈতে অনিৰুদ্ধক উচ্ছেদ কৰিলে। কিছুদিন খুড়ীয়েকৰ শিশুকেন্দ্ৰৰ এটা কোঠাত পৰিয়ালৰ মানুহখিনি থৈ সি গুৱাহাটীৰ সকলো ফালে মাটি বিচাৰি ফুৰিবলৈ ধৰিলে। ৰিহাবাৰী, টকোবাৰী একো বাদ নপৰিল। শেষত বহুত বিচাৰি বিচাৰি পাণবজাৰতে এডোখৰ মাটি লীজত লৈ ধাৰ-ঋণ কৰি অনিৰুদ্ধই তাতে ঘৰ আৰু প্ৰেছ পাতিলে। কিন্তু প্ৰেছ পাতিলে কি হ'ব? দুষ্ট মানুহৰ ষড়যন্ত্ৰই অনিৰুদ্ধক এৰা নিদিলে। সেই মাটিৰ পৰা তাৰ পৰিয়ালক আকৌ উচ্ছেদ কৰিলে। এইবাৰৰ উচ্ছেদকাৰী অনিৰুদ্ধৰ আত্মীয় মানুহ। অনিৰুদ্ধৰ পৰিয়াল আকৌ ৰেণুৰ শিশুকেন্দ্ৰত সোমাল।

ইউনিয়ন ফিল্ডত কামানৰ গৰ্জন শুনি এদিন বনলতা চক খাই উঠিল। লগতে অনিৰুদ্ধৰ পৰিয়ালৰ আটাইখিনি মানুহ। অনিৰুদ্ধ ঘৰত নাই। কংগ্ৰেছৰ ৰবমূৰীয়া সকলে পেটে পেটে তাক ভাল নাপালেও সি কিন্তু কংগ্ৰেছ এৰা নাই। এবাৰ কিবা এটাত ধৰিলে

তাতে খামোচ মাৰি থকা তাৰ স্বভাৱ। আজিও কংগ্ৰেছৰ কামত সি কেনিবা গৈছে। এইকেইদিন কংগ্ৰেছৰ মানুহৰ মাজত গোপনীয় মিটিং হৈছে। মিটিং বহে পানবজাৰৰ লক্ষ্মী বৰাৰ ঘৰত। তাতে ছাদুল্লা, গোপী বৰদলৈ, ফুকন, অমিয় দাস সকলো আছে। মিটিঙৰ বিষয়—অসমৰ মন্ত্ৰীসভাৰ গঠন-ভাঙন, লগতে দেশৰ স্বাধীনতা। এতিয়া সকলো বিষয়কে তল পেলাইছে দ্বিতীয় মহাযুদ্ধৰ আৰম্ভনিয়ে। ইউনিয়ন ফিল্ডতো তাৰেই সূচনা।

অনিৰুদ্ধৰ মাকৰ ভয় বিহ্বল উশাহ-নিশাহবোৰ শুনি বনলতাই মাত লগালে, "আই।"

"হুঁ—!" আইৰ টোপনি। মাত লগালে বেণুৱে।

"সেযা বোধহয় কামানৰ শব্দ, নহয় নে?"

"ওঁ—। আ-কৌ যুদ্ধ লাগিল যেন পাওঁ।"

"যুদ্ধ বুলিলেই মোৰ ভয় লাগে।"

"ভয় লাগিবৰ কথাই। ইমান মানুহ মৰে, ইমান বয-বস্তু, গাঁও-নগৰ ধ্বংস হৈ যায—ভয় কিয় নালাগিব? আমি সেইবোৰ বুজিয়েই নাপাওঁ একো। যুদ্ধ কৰাবোৰে আকৌ দেখিবা এদিন শান্তি বিচাৰিব। যুদ্ধ—শান্তি—এই দুযোটা বস্তু কিন্তু যুদ্ধৰ সময়ত একেটাই হৈ যায়।"

কি ছু সময় দুযো নীৰব হৈ থাকিল। কোনোবা এজন অহাৰ উমান পোৱা গ'ল। আগতে হ'লে এনেকুৱা সময়ত এনেদৰে অহা মানুহজন পোনছাটেই বৰদলৈ উকীল বুলি কৈ দিব পৰা গ'ল-হেঁতেন। পিছে, তেনদৰে আহি বেণুৰ শিশুকেন্দ্ৰৰ খবৰ কৰিবলৈ এতিযা আৰু বৰদলৈ উকীল এই পৃথিবীত নাই। বেণুৱে সঁচাকৈয়ে এজন দেৱতাৰ সাক্ষাৎ পাইছিল। বৰদলৈৰ অবিহনে শিশুকেন্দ্ৰৰ অৱস্থাও পৰি আহিছে। ল'ৰা-ছোৱালীবোৰ দিহা-দিহি গুচি গৈছে, কিছুমান পলাল, কিছুমানে চাহ দোকান-হোটেল আদিত কাম কৰিবলৈ লৈছে।

অনিৰুদ্ধ আহি ঘৰ সোমোৱাৰ লগে লগে মাকে ক'লে, "মইনা, এইকেদিন তই এনেদৰে বাহিৰত ঘূৰি নাথাকিবিচোন। ইপিনে যুদ্ধ লাগিছে। ঘৰতো খাবলৈ একো এটা নাই। ইহঁতকেইটাৰে সৈতে মোৰ দিন নাযায়—ৰাতি মুপুৱায় যেন হৈছে।"

"যুদ্ধতো অকল আমাৰ ইয়াতে লগা নাই নহয়, গোটেই পৃথিবীতে লাগিছে। যুদ্ধৰ পৰা সাৰিবলৈ ঠাই এতিয়া ক'তো নাই। গতিকে ঘৰত সোমাই থাকিলে কি হ'ব—?"

"কব নোৱাৰো বোপাই। তহঁতৰ কথাবোৰ মই বুজিযেই নাপাওঁ।"

"এই বিৰাট যুদ্ধখনতো আছেই। তাৰ উপৰি আছে স্বাধীনতাৰ যুদ্ধ। স্বাধীনতাৰ যুদ্ধৰ তালে তালে চলি আছে অসমীয়া জাতি ৰক্ষাৰ যুদ্ধ।" নাটকীয ভংগিমাৰে কথাখিনি কৈ অনিৰুদ্ধই খন্তেকপৰ কিবা এটা ভাবিলে। এৰা, শেষৰখন যুদ্ধৰ সিযেই একমাত্ৰ সৈনিক। অসমীযা মানুহক গীত-কবিতা-নাটক-প্ৰবন্ধেৰে, প্ৰয়োজন হ'লে অগ্নিবৰ্ষী ভাষাৰ বক্তৃতাৰেও সি জগাব পৰা নাই। গোটেই মানুহবোৰ যেন শুই নিঃপালি দিছে। আচল কানিৰ নিচাতকৈও এই এলাহৰ নিচা বেছি ভযংকৰ। অসমৰ পৰা কানি নিৰ্মূল কৰিবলৈ অমিয দাসে চেষ্টা চলাইছে। আনহাতে এলাহ জৰ্জৰিত অসমীযা মানুহৰ চেতনা জগাবলৈ অনিৰুদ্ধই অহৰহ যুঁজি আছে। যুদ্ধৰ অছিলা লৈ কংগ্ৰেছে গঠন কৰা শান্তি সেনাৰ লগতো অনিৰুদ্ধই কাম কৰিছে। বকোত শান্তি সেনাৰ বিৰাট সমদল দেখি সিদিনা নেহৰুৱেও প্ৰশংসা কৰি গ'ল। শান্তি সেনাৰ জনপ্ৰিযতা বাঢি অহা দেখি ইংৰাজ চৰকাৰৰ সন্দেহো বাঢি আহিল। ইফালে ভাৰতীয মানুহে যুদ্ধত বৃটিছক সহায নকৰাৰ খং আছেই। ফলত, আকৌ শ শ মানুহক জেলত ভৰালে। অনিৰুদ্ধ আকৌ জেলত পৰিল।

গুৱাহাটীৰ সদৰ থানাৰ লক-আপত দুদিন ৰাখি তাক শিলচৰ জেললৈ পঠিওৱা হ'ল। লগতে আৰু কেইজনমানক। জেলবিলাকত

মানুহ নধৰা হৈছে। একেটা জেলতে কেইবাজনকো সুমুৱাই হয়।

শিলচৰ জেলত সোমাবৰ দিনা ৰাতি। বহুত পৰলৈকে অনিৰুদ্ধৰ টোপনি অহা নাই। লগৰ কেইজন ঘোৰ টোপনিত লালকাল। অনিৰুদ্ধ লাহে লাহে খিৰিকিৰ কাষত আহি থিয় হ'ল। খিৰিকিৰ কাষতে এজোপা খেজুৰ গছ। গছ জোপাৰ ওপৰত ৰাতিৰ নিস্তব্ধ আকাশ। অন্ধকাৰত মাজে মাজে দুই-এটা সৰু সৰু তৰাই চিকমিকাই আছে। এনেকুৱা মুহূৰ্তত অনিৰুদ্ধৰ মনলৈ অজস্ৰ কথা, অজস্ৰ ছবি লানি পাতি আহে। সি অ'ত ত'ত লিখি পেলাই থোৱা নাইবা লিখিম লিখিম বুলি মনতে সাঁচি থোৱা অসংখ্য কবিতা তাৰ মনত গুণ গুণকৈ উৰি ঘূৰিবলৈ ধৰে। আকাশলৈ থৰ লাগি চাই থাকোঁতেই হঠাতে এটা তীব্ৰ পোহৰে তাৰ চকু ছাট মাৰি ধৰিলে। এটা উল্কা উঠি তাৰ চকুৰ আগতে মুহূৰ্তৰ ভিতৰতে মুমাই গ'ল। কিন্তু তাৰ পোহৰৰ জলমলনিটো বহুত সময়লৈকে অনিৰুদ্ধৰ মনৰ পৰ্দাত নাচি থাকিল। খেপিয়াই খেপিয়াই কাগজ কলম বিচাৰি লৈ আন্ধাৰতে খপজপকৈ সি এফাকি কবিতা লিখিবলৈ ল'লে।

———

**কুমুদ গোস্বামীৰ অন্যান্য গ্ৰন্থ**

| | |
|---|---|
| ত্বৰাৰ | ( গল্প সংকলন ) |
| ঘনবিৰিকাৰ বাহ | ( ,, ,, ) |
| প্ৰাৰ্থনা | ( ,, ,, ) |
| পান্থশালা | ( তুখন উপন্যাসিকা ) |

কুৰিশতিকাৰ অসমীয়া ব্যংগগল্প সংকলন
( যুটীয়াভাৱে সম্পাদিত )